# সূচী পত্ৰ

## —একেষাৰ—

ভাৰতীয় সাহিত্যত প্ৰেমচন্দৰ নাম চিৰ উজ্জ্বল। তেওঁৰ সাহিত্য প্ৰতিভাৰ স্বীকৃতি কেৱল ভাৰততে নহয়, আন্ত-ৰ্জাতিকো। ইতিমধ্যে প্ৰেম চন্দৰ সৃষ্টি মূলক লিখনি সমূহ ভাৰতীয় বিভিন্ন ভাষাৰ উপৰিও ইংৰাজী, ফৰাচী আদি ভাষাতো অনুদিত হৈ সমাদৰ লাভ কৰিছে।

প্ৰেমচন্দৰ জন্ম হয় ইংৰাজী ১৮৮০ চনত আৰু মৃত্যু হয় ১৯৩৬ চনত। তেওঁ কাশীৰ এটি দুখীয়া পৰিয়ালত জন্ম গ্ৰহন কৰে আৰু তেওঁৰ আচল নাম আছিল ধনপত ৰায়। আৰ্থিক অৱস্থাৰ কাৰণে তেওঁ স্কুলৰ পঢ়া এৰি দি মাহিলি ১৪৲ টকা দৰমহাত শিক্ষকতাৰ কাম কৰিব লগীয়া হৈছিল। নিজৰ অধ্যৱসায়, তীক্ষ্ণ মেধা শক্তিৰ বলত প্ৰেমচন্দই ঘৰতে পঢ়ি বি-এ পাছ কৰিছিল।

প্ৰেমচন্দই প্ৰথমতে উৰ্দ্দু ভাষাত লিখিছিল। পিছত হিন্দীত লিখিবলৈ আৰম্ভ কৰে। তেখেতৰ প্ৰেমাশ্ৰয়, ৰঙ্গ-ভূমি, কায়াকল্প, কৰ্ম্মভূমি, গবন, গোদান আদি বিখ্যাত উপন্যাসৰ উপৰিও বহুতো চুটি গল্প আৰু কেইবাখনো নাটক আছে। ইয়াৰ ভিতৰত তেখেতৰ 'গোদান' সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস।

গান্ধীযুগ আৰু ৰাষ্ট্ৰীয়তাবাদে প্ৰেমচন্দৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল। কিয়নো তেওঁ সেই যুগতে উপজিছিল।

সামাজিক কুপ্ৰথা সমূহৰ বিৰুদ্ধে তেওঁ মত পোষণ কৰিছিল আৰু সেইবোৰৰ চিত্ৰ তেওঁ নিখুঁট ভাবে তেওঁৰ লিখনি সমূহত দাঙি ধৰিছিল। প্ৰেমচন্দই তেতিয়াই এখন শ্ৰেণী-হীন, শোষণহীন সমাজৰ সপোন দেখিছিল। এইটো তেওঁৰ কিতাপ সমূহ পঢ়িলেই বুজিব পৰা যায়

প্ৰেমচন্দৰ সাহিত্য সমালোচক এজনে তেওঁৰ সাহিত্য সম্পৰ্কে কৈছে—"প্ৰেমচন্দই সাহিত্যত সমস্যা আৰু ঘটনা দুযোটাকে কথা বস্তুৰ অঙ্গ হিচাপে ৰাখি পাঠকৰ মৰ্ম্মস্থল স্পৰ্শ কৰাইও কলাৰ অনুশাসন ভঙ্গ নকৰে। মহত্বপূৰ্ণ কথা বস্তু আৰু চৰিত্ৰৰ আধাৰত থিয় কোনো উপন্যাস ৰাজিয়ে উচ্চতম আদৰ্শত উপনীত হৈ পাঠকৰ অন্তৰত একোটি মঙ্গল-ময় প্ৰভাৱ বিস্তাৰ কৰে। সঙ্কীৰ্ণতা, অন্যায় আৰু অজ্ঞানৰ ভিতৰেদি পাঠকক প্ৰথমে আগবঢ়াই নি শেহত শান্ত, প্ৰেম-আনন্দৰ পোহৰ দিয়েগৈ জীৱনত কৰ্ম্মৰ গৰিমা প্ৰতিপাদ কৰি। "

অসমীয়া ভাষাত প্ৰেমচন্দৰ গল্প, উপন্যাস দুই এখন অনুবাদ হৈছে। পিচে আমি জনাত প্ৰেমচন্দৰ গল্পৰ কোনো সংগ্ৰহ অসমীয়াত এতিয়ালৈকে প্ৰকাশ হোৱা নাই। সেই কাৰণেই আমি তেওঁৰ কেইটিমান উল্লেখযোগ্য গল্পৰ ভাঙনি কৰি এই সংগ্ৰহটি প্ৰকাশ কৰি উলিওৱা হৈছে। অনুবাদ কৰা কাম টান আৰু আমিও যে সম্পূৰ্ণ কৃতকাৰ্য্য হৈছো তাক ডাঠি কব নোৱাৰো। অৱশ্যে প্ৰেমচন্দৰ মৌলিক

ভাৰৰ যাতে অকণো বিকৃতি নঘটে তালৈ যথেষ্ট চকু দিয়া হৈছে। এতিয়া 'প্ৰেমচন্দৰ গল্প'ই পাঠক সমাজৰ পৰা আদৰ পালে আমি ভবিষ্যতলৈ তেখেতৰ অন্যান্য কিতাপ আৰু অইন অইন লব্ধ প্ৰতিষ্ঠ হিন্দী লিখকৰ কিতাপো দুই এখন তৰ্জ্জমা কৰিবলৈ সাহ কৰিব পাৰো।

এই চেগতে আমি লয়াৰ্ছ বুক ষ্টলৰ সৰবৰাহী গৰাকী শ্ৰীবিচিত্ৰ নাৰায়ণ দত্ত বৰুৱাই কিতাপখন প্ৰকাশ কৰি উলিয়াৰ ভাৰ লোৱাত আমাৰ কৃতজ্ঞতা জনাই থলো।

আমোলাপট্টি
নগাওঁ ঃ অসম। 

শ্ৰীমায়া দেবী

# পৰীক্ষা

নাদীৰ শ্বাহৰ সৈন্যই দিল্লী আক্ৰমণ কৰি বাটে-পথে বজাৰে-সমাৰে চাঞ্চল্যৰ সৃষ্টি কৰি তোলে। ৰাজপথত তেজৰ সোঁত বৈ যায়। চাৰিওফালে হাঁহাকাৰ লাগি পৰে। দোকান-বজাৰ বন্ধ হয়। ঘৰে ঘৰে প্ৰাণ ৰক্ষাৰ বাবে দৰজা -খিড়িকী বন্ধ কৰি ৰাখে। কাৰো প্ৰাণ-ৰক্ষাৰ উপায় নাছিল। ক'ৰবাত ঘৰত জুই লাগিছিল। বজাৰত লুট-পাত হৈছিল। এই ভয়াবহ পৰিস্থিতিত কোনেও কাকো ৰক্ষা কৰিবৰ উপায় নাছিল। ধনীৰ তিৰোতা সকলক বাহিৰ কৰি নিছিল। দুৰ্দ্দান্ত ইৰাণী চিপাহীৰ ৰক্তপিপাসাই কাকো মুক্তি নিদি-ছিল। মানৱ হৃদয়ত ক্ৰুৰতা, হিংস্ৰতা আৰু পৈশাচিকতাই ভয়াবহ ৰূপ ধাৰণ কৰি লৈছিল।

এই সময়তে বিজয়ী নাদীৰ শ্বাহে বাদচাহী মহলত প্ৰবেশ কৰে। সেই সময়ত দিল্লী ভোগ বিলাসৰ কেন্দ্ৰ হৈ পৰিছিল। ধনী আমীৰ-ওমৰাহ সকলৰ বিলাস-কেতন তৈয়াৰ হৈছিল। নাৰীৰ ৰূপ কামনাৰ বাহিৰে অন্য কাম একো নাছিল; আৰু পুৰুষ সকলৰ ভোগ বিলাসৰ বাহিৰে অইন

চিন্তা নাছিল।

ৰাজনীতিৰ স্থান বাঘ-সিংহৰ মুঠিত আছিল। সমস্ত দেশৰ ধন দিল্লীত জমা হৈ ধনী সকলৰ আনন্দ-উৎসৱত পানী হয়হি। বেশ্যা বিলাকৰ হাতত হেজাৰ মুদ্ৰা আহি পৰিছিল। গোটেই নগৰী ভোগ বিলাসৰ সুখ-নিদ্ৰাত বিভোৰ হৈ আছিল।

নাদীৰশ্বাহ চাহী মহলত প্ৰবেশ কৰি মহলৰ চমকপ্ৰদ ঐশ্বৰ্য্য দেখি তেওঁৰ চকু মুকলি হল।

তেওঁৰ জন্ম হৈছিল দৰিদ্ৰৰ ঘৰত। তেওঁৰ জীৱনটো ৰণভূমিতেই অতিবাহিত হৈছিল। ভোগ-বিলাসত তেওঁৰ আস্থা নাছিল। ক'ত সেই কষ্টৰ ৰণ-ক্ষেত্ৰ আৰু ক'ত এই সুখৰ সাম্ৰাজ্য! যি ফালেই চাইছিল সেইফালেই থ'ৰ হৈ গৈছিল দৃষ্টি।

সন্ধ্যা হৈ আহিছিল। নাদীৰ শ্বাহে চৰদাৰ সকলৰ লগত মহলত ঘূৰি ফুৰি নিজৰ ৰুচি অনুযায়ী বস্তু এটা ছুটাকৈ হাতত লৈ ৰাজদৰবাৰত মখমলৰ গাদীত বহেহি। চৰদাৰ সকলক তাৰ পৰা যাবলৈ হুকুম দি নিজৰ অস্ত্ৰ-শস্ত্ৰ খাপৰ পৰা উলিয়াই সমুখত ৰাখে। তাৰ পাচত ৰক্ষকক মাতি আনি হুকুম দিয়ে "চাহী বেগম সকলৰ নৃত্য চাবলৈ ইচ্ছা কৰিছোঁ। তুমি এই মুহূৰ্ত্ততে বেগম সকলক বস্ত্ৰ-ভূষণেৰে সু-সজ্জিতা কৰি মোৰ ওচৰত হাজিৰ কৰাহি। খবৰদাৰ! অলপো যেন বিলম্ব নহয়! কোনো

ওজৰ-আপত্তি মই নুশুনো! যোৱা দেখি নকৰিবা।"

আদেশ শুনি দাৰোগাৰ জীৱ উৰি গল। সেই মহিলা যাক সূৰ্য্যইও নেদেখে তেওঁলোক আহিব লাগে এই মজ্-লিচলৈ! নাচ কৰাতো দূৰৰ কথাই চাহী বেগম সকলৰ এনে অপমান কেতিয়াও হোৱা নাছিল। হায়ৰে' নৰপিশাচ! দিল্লীত ৰক্ত বোৱাইও তই ক্ষান্ত নহলি!

কিন্তু প্ৰকাশ্যে দাৰোগাই নাদীৰশ্বাহৰ সন্মুখত একো কব নোৱাৰিলে। কাৰণ এটি শব্দ কোৱা মানেই জীয়া জুইত পৰিব লাগিব। তলমূৰ কৰি নাদীৰ শ্বাহক তচ্লিম্ কৰি বেগম-মহলৰ ভিতৰ সোমাই নাদীৰ শ্বাহৰ আদেশ শুনাই দিলে। বেগম সকলক তেওঁ এইটোও কলে যে অতি সোনকালে ওলাই আহিব লাগে। কোনো ওজৰ নুশুনে বাদচাহে। চাহী বংশৰ পৰিয়ালত এনে বিপত্তি কেতিয়াও অহা নাছিল! পিচে এই সময়ত বিজয়ী বাদচাহৰ হুকুম পালন নকৰিলে প্ৰাণ-ৰক্ষাৰ আৰু কেনো উপায় নাছিল।

(২)

এই আদেশ শুনি বেগম সকল বিবুদ্ধি হৈ পৰে। গোটেই অন্তঃপুৰ শোকাচ্ছন্ন হৈ পৰিছিল। তেওঁলোক জঠৰ লাগিল। প্ৰত্যেকৰে হৃদয়ত এই অত্যাচাৰীৰ প্ৰতি এটা ঘৃণাৰ ভাৱ হয়! হুমুনিয়াহ ওলাই আহে দুখত।

কোনোৱে অসহায় ভাবে চাই থাকে আকাশলৈ,

কোনোৱে স্মৰণ কৰে খোদা ৰহিমক। কিন্তু সেই মহিলা সকলৰ এগৰাকীৰো এই সাহ নাছিল যাৰ দৃষ্টি চোকা তৰোৱালৰ ওপৰত পৰে। যদিও এই সকলৰ মাজৰে কিমান বেগমৰ অস্ত্ৰত ৰাজপুত সকলৰ ৰক্ত প্ৰবাহিত হৈছিল। পিচে ইন্দ্ৰিয় লিপ্সাই জহৰ-নাৰীত্বৰ ঐতিহ্যময় বিকাশ নুমাই পেলাইছিল। সুখ-ভোগৰ লিপ্সাত আত্ম-গৌৰৱ বিলুপ্ত হৈ পৰিছিল। পৰস্পৰে আত্ম-সন্মানৰ অনুমতি লবলৈকো পাহৰি গৈছিল। বাধ্য হৈ চলনাময়ী বেগম সকলে পাপীৰ সন্মুখলৈকে যোৱাতো সিদ্ধান্ত কৰিলে।

চকুত চকুৰ পানী, হৃদয়ৰ পৰা গভীৰ হুমুনিয়াহ কাঢ়ি ৰত্ন-খচিত বসন-ভূষণ পিন্ধাত ব্যস্ত হৈ পৰে। অশ্ৰু মিশ্ৰিত চকুত চুৰমা লগাই, শোক গভীৰ হৃদয়ত সুগন্ধি এচেন্সৰ মৃদু-সৌৰভ চতিয়াই লয়। কোনো গৰাকীয়ে বেণী গুঠি ফুল মাৰি লয়। কিন্তু এগৰাকী বেগমেও নিজৰ দুৰ্ভাগ্যৰ বাবে খোদাৰ ওপৰত বিশ্বাস ৰাখি বাদচাহৰ আজ্ঞা উলঙ্ঘা কৰিবৰ ক্ষমতা নহল।

এক ঘন্টাও নহল, বাদচাহী বেগমৰ দলটি মৃদু গুঞ্জন কৰি লযলাসে ৰুণুক ঝুণুক শব্দৰে আহি নাদীৰশ্বাহৰ সন্মুখত উপস্থিত হলহি।

(৩)

নাদীৰশ্বাহে এবাৰ মাথোন এই পৰীৰ দলটোলৈ কেৰাহীকৈ চাই লয়। তাৰ পাচত মখমলৰ গাৰুটোত মূৰ

থৈ দীঘল দি পৰিল। খোলা তৰোৱাল সমুখতে ৰাখি থৈছিল। খন্তেকতে তেওঁৰ চকু জাপ খাই গল। লগে লগে তেওঁ কাটি হৈ শুলে। অলপ পাচতে তেওঁ গভীৰ টোপনিৰ সঙ্কেত দিয়ে। আধাঘণ্টালৈকে নাদীৰশ্বাহ শুয়েই থাকিল।

বেগম সকলেও দেৱালৰ ছবিৰ দৰে ভলমূৰকৈ যেনে ভাবে থিয় দিছিল তেনে ভাবেই থিয় হৈ থাকিল।

তাৰে দুই এগৰাকী বেগমে কৌতূহলী হৈ ওৰণীৰ তলেদি চাই থাকে নাদীৰশ্বাহক। ইগৰাকীয়ে সিগৰাকীক ফুচ্ফুচাই কয় "কি ভয়ঙ্কৰ ৰূপ চোঁৱা! কি যে ৰণোন্মত্ত আকাৰ! কি মান বিৰাট শৰীৰ! মানুহেই নে দেৱতাই!"

এনেতে হঠাতে নাদীৰশ্বাহৰ চকু মেল খাই যায়। দলটো আগৰ ঠাইতে থিয় দি আছিল। তেওঁক উঠা দেখিয়ে পুনৰ সকলোৱে মূৰ নমাই লয়। কাপোৰ-কানি ঠিক কৰি ভেৰাৰ দলৰ দৰে ইজনীয়ে সিজনীৰ গাত ঘহাঁ-ঘঁহি কৰি কাষ চাপি যায়। প্ৰত্যেকৰে বুকু ঢপ্ঢপাই আছিল, কিয়নো এতিয়া এই অত্যাচাৰীয়ে নাচিবলৈ আৰু গাবলৈ কব। তেতিয়া কি কৰা যাব? খোদা, এই বিপদৰ পৰা ৰক্ষা কৰা! নাচিবতো নোৱাৰো লাগিলে প্ৰাণেই যাওক। ইয়াতকৈ আৰু বেচি জুলুম অসহ!

হঠাতে নাদীৰশ্বাহে কঠোৰ মাতেৰে কলে, "খোদাৰ বন্দী সকল, মই তোমালোকক পৰীক্ষা কৰিবৰ বাবে ইয়ালৈ

অনাইছিলোঁ। কিন্তু বৰ দুখেৰে কব লগাত পৰিলো যে তোমালোকৰ নিস্তব্ধতাই মোৰ যি অনুমান আছিল, তাকে ঠিক আখৰে আখৰে পতিয়ন নিয়ালে। যেতিয়া কোনো জাতিৰ নাৰীয়ে আত্মগৌৰৱ আৰু সন্মানৰ কাৰণে একো নাৰাখে, তেতিয়া সেই জাতি অনতি পলমে ধ্বংস হৈ যায়। মই তোমালোকৰ মান মৰ্যাদা আছে নে নাই তাকে চাবৰ নিমিত্তেহে ইয়ালৈ মতাইছিলোঁ। তোমালোকক ৰাণী পাতিবৰ বাবে অনোৱা নাই। মই এনেকুৱা নৰাধম নহয়। ইচ্ছা কৰা হলে চেঙ্গাৰ বজাই গান গাবলৈ কলোহেতেন, হিন্দুস্থানী গান শুনিলোহেতেন। মই অবিবেকীও নহয়। যি কি নহওক তোমালোকৰ পৰীক্ষা লৈছিলো। তোমালোকক ইয়াত দেখি মোৰ আজি সম্পূৰ্ণ বিশ্বাস হৈছে তেমোলোকে আত্ম-সন্মান ৰক্ষাৰ ব্ৰত একো কথা নাই। কিয় মোৰ হুকুম ভৰিৰে লঠিয়াই দিবৰ ক্ষমতা নহল? যেতিয়া ইয়াত উপস্থিত হলাহি এবাৰৰ বাবে আকৌ সু-অৱসৰ দিলো। মই টোপনিৰ ভাও ধৰিলো। কিয় তোমালোকৰ এজনীৰো সাহস নহল খোদাৰ বন্দী সকল, এই পাপীক সন্মুখত থকা তৰোৱাল উঠাই বুকুত বহুৱাই দিবলৈ! মই শপত খাই কব পাৰো যে তোমালোকৰ এজনীয়ে যদি তৰোৱাল লোৱা দেখা পালোহেতেন বহুত খুচি হলোহেতেন। মই সেই লাজুকী অবলাৰ হাতত নিজৰ শিৰ আগবঢ়াই দিলোহেতেন। পিচে বৰ দুখীত হৈছো তৈমুৰ পৰিয়ালৰ এগৰাকীও এনে-

কুৱা নোলাল যি নিজৰ মান হানি কৰিব ওলোৱা পাপীলৈ চু'ৰি উঠাব পাৰে। এতিয়া ঠিক জানিবাইঁক এই সিংহাসন জীযাই থাকিব নোৱাৰে। ই মৃত্যুলৈ আঙুলি গণিছে, ইয়াৰ স্মৃতি অতি সোনকালে সংসাৰৰ পৰা নিঃশেষ হৈ যাব। তোমালোক যোৱা, আৰু পাৰা যদি এতিয়াও সিংহাসন উদ্ধাৰৰ চেষ্টা কৰাগৈ। নহলে এইদৰে পৰাধীনতাৰ গোলামী কৰি ডুনীযাৰ পৰা বিদায় হৈ যোৱা।"

---



# বিয়াৰ সাৰী

স্বামী-স্ত্ৰীৰ দাম্পত্য জীৱন মধুময় কৰিবৰ হলে দুয়োৰো মনৰ মিল হোৱা আৱশ্যক। শ্ৰীমান কুৱঁৰ ৰতন সিংহ আৰু তেওঁৰ পত্নী গৌৰীৰ কোনো কথাতে মিল নাখাইছিল। গৌৰীৰ স্বভাৱ উদাৰ আছিল, কুঁৱৰ আছিল চিন্তাশীল, ত্যাগী। গৌৰী কিন্তু হাঁহিমুখী আছিল। তেওঁ বংশ গৌৰৱৰ কাৰণে প্ৰাণ দিব পাৰিছিল। সমাজৰ কিছুমান নীতি নিয়মৰ প্ৰতি তেওঁৰ ঘৃণাও আছিল। যেনে বিধবা-বিবাহ, সহ-ভোজন, সাম্যবাদ আদিৰ বিৰোধী আছিল তেওঁৰ মন। কিন্তু কুঁৱৰ ৰতনে বংশ মৰ্য্যাদাক আড়ম্বৰ বুলি লৈছিল। তেওঁ পূৰা সমাজবাদী আছিল। মুঠতে গৌৰী যিবিলাকৰ বিৰোধী আছিল এই সকলো ব্যৱস্থাৰ প্ৰতি তেওঁৰ আছিল অনুমোদন। ৰাজনীতিৰ বিষয়ত তেওঁলোক দুয়োৰো বিভিন্নতা আৰু জটিল আছিল। গৌৰীয়ে নৰম, গৰম কংগ্ৰেছ, স্বৰাজ্য, হোমৰুল এই সকলো বিলাকৰ প্ৰতি বিৰক্তবোধ কৰিছিল।

তাই কয়, "এই এমুঠি শিক্ষিত লোকে কিনো স্বৰাজ্য

খন কৰিবগৈ ?”

কিন্তু ৰতন আশাবাদী, ৰাজনীতিৰ আগশাৰীত তেওঁৰ নাম। আগৰণুৱা কৰ্ম্মী, স্বদেশব্ৰতধাৰী আৰু সমাজ সংস্কাৰকৰ পূৰা অনুগামী আছিল। পিচে এই বিলাকত মতভেদ হলেও তেওঁলোকৰ দাম্পত্য জীৱন মধুৰ আছিল। কাৰণ দুয়োৰো প্ৰতি দুয়োৰে স্নেহ গভীৰ।। এই মতভেদৰ ডাৱৰ ছটা ওণ্ডোলাই আনিলেও ক্ষন্তেকতে এছাতি বতাহে তাক উৰাই নিয়ে।

(২)

সেই দিনৰ কথা। স্বৰাজ লাভৰ বাবে বিদেশী কাপোৰ দ'ম কৰি জুই লগাই দিয়া হৈছিল। স্বয়ংসেৱী সকলে ঘৰে ঘৰে ভিক্ষাৰীৰ দৰে বিলাতী কাপোৰ খুজি ফুৰিছিল। বহুতে নিজেই আগ্ৰহ কৰি উলিয়াই দিছিল বিলাতী কাপোৰ। কাচিৎ কৰ'বাতহে নিৰাশ হব লগীয়া হৈছিল। ৰতনসিংহই ঘৈণীয়েকক আহি কলেহি “তোমাৰ বাকচত বিদেশী কাপোৰ যিমান আছে আটাইবোৰ উলিয়াই দিয়া।”

গৌৰী,--“ৰবাচোন ক্ষন্তেকতে স্বৰাজখন নহয়, নহয়: পিচত কাপোৰ দিলেও হব।”

ৰতন,--“বাঃ, সকলোৱে ঘৰে ঘৰে চিঞৰি ফুৰিছে, তুমি কৈছা পিছত দিলেও হব।”

গৌৰী,--“চাবি লোৱা তেন্তে, উলিয়াই নিয়া কাপোৰ। কিন্তু এই বিলাক হৈছে ল'ৰা ধেমালি। ঘৰ উৰাই দিলেই

স্বৰাজ্য নহয়গৈ আৰু নহবও।”

ৰতন,--“মই তোমাক এই বিষয়ে কালিতো ইমানকৈ বুজাইছিলো, তুমিও সম্মত হৈছিলা। আজি আকৌ উলটি গলা কিয় ?”

গৌৰী,--“তুমি বেয়া পোৱা বুলিহে মনে মনে আছিলো।” ৰতন,--“যি কি নহক সেই শঙ্কা এৰা এতিয়া, মই যি কৈছোঁ তাকে কৰা।”

গৌৰী--“মোৰ কাপোৰ নহলেও হব দিয়া।”

ৰতন,--“ওঁহো সেইবোৰ নহব। আটাইবোৰ দিব লাগিব। বিলাতৰ এদাল সূতা ৰাখিলেও মোৰ ব্ৰত ভঙ্গ হব।”

এনেতে ৰামটহল চহিচে বাহিৰৰ পৰা মাত লগালে, “চৰকাৰ, সকলোৰে কাপোৰৰ বাবে বৈ আছে, আৰু বহুত ঠাইলৈ যাব লাগে। ময়ো সকলো কাপোৰ উলিয়াই দিছোঁ।”

এই সময়তে কাপোৰৰ এটা টোপোলা লৈ কেশৰ মহৰীক সেই ফালে যোৱা দেখা পালে ৰতন সিংহই।

তেওঁ তাইক সুধিলে,—“কি হে, তুমিও কাপোৰ দিবলৈ যোৱা নেকি ?”

মহৰীয়ে নম্ৰ ভাবে কলে, “হয় চৰকাৰ, গোটেই দেশখনেই যদি এৰিব পাৰিছে মইনো অকলে কিয় পিন্ধিম ?”

ৰতন সিংহই গৌৰীৰ ফালে আদেশ দিয়া দৃষ্টিৰে চালে।

তায়ো আৰু দেৰি কৰিব নোৱাৰিলে। লাজত তলমূৰ কৰি তৎক্ষণাৎ বিলাতী কাপোৰ বিলাক উলিয়াই দিবলৈ ধৰিলে। এটা বাকচ খালি হোৱাত দ্বিতীয় বাকচটো খোলোতেই ওপৰতে 'চুট' এজোৰ পালে। সেই 'চুট' জোৰ ৰতন সিংহই কোনো এখন ইংৰাজ দৰজী দোকানৰ পৰা চিলাই কৰাই অনাইছিল।

গৌৰীয়ে সোধে, "এই 'চুট'' জোৰো উলিয়াই দিম নেকি?"

ৰতন সিংহই কলে, "ওঁ, ওঁ উলিয়াই দিয়া। কিমান দিনলৈ ৰাখিবা?"

গৌৰী, "মই যদি আগেয়ে জানিলোহেঁতেন ইমান সোনকালে 'হাবা' বদলি যাব বুলি তেতিয়া কেতিয়াও এইজোৰ বনাব নিদিলোহেঁতেন। মিছাতে টকাবোৰ পানী হল।"

ৰতনে একো নামাতে।

গৌৰীয়ে আকৌ বাকচৰ পৰা ঘৰৰ ভমকত স্বদেশী-বিদেশী যিমান কাপোৰ আছে অটাইবিলাক মাটিত পেলাই দিবলৈ ধৰিলে। শোকে খুন্দা মাৰি ধৰিছিল গৌৰীক। কিমান ধুনীয়া জেকেট আৰু সাৰীবোৰ আছিল! এইবোৰ পিন্ধি এসময়ত তাই আনন্দত আত্মহাৰা হৈ পৰিছিল। দুই এখন সাৰীৰ বাবে ৰতন সিংহৰ লগত তৰ্কাতৰ্কিও নলগাকৈ নাছিল। আৰু এতিয়া তাইৰ চকুৰ আগত সেই-বোৰ মাটিত লেটি লৈ পৰি আছে।

ৰতন সিংহই তাইৰ মনৰ ভাব বুজিছিল। বিদেশীৰ লগতে স্বদেশী কাপোৰ বিলাকো উলিয়াই পেলোৱাত তেওঁ অলপ আচৰিত হৈ উঠিলেও একো নমতাই মঙ্গল বুলি ভাবি মনে মনে থাকে।

তাৰ মাজতো অৱশ্যে বাদ-বিবাদ নোহোৱাকৈ থকা নাই। এবাৰ বানাৰসী সাৰী এখন গৌৰীয়ে জেদ্ কৰি ৰাখি থব খুজিলে; কিন্তু তেওঁ তাইৰ পৰা সেই খন থাপ মাৰি আনিব খোজোতেই তাই নিজেই মাটিত খং কৰি পেলাই দিয়ে। কিন্তু হঠাতে বাকচৰ পৰা হালধীয়া ৰঙৰ বহল আচল দিয়া সাৰী এখন ওলাই পৰে। গৌৰীয়ে তৎক্ষণাৎ সাৰীখন কোলাৰ ভিতৰত লুকুৱাই থলে।

ৰতনে সোধে, "সেইখন কি সাৰী?"

গৌৰী, "নাই, তনজেব্ সাৰী পকা ৰঙৰ।"

ৰতনে কয়, "তনজেবৰ যদি নিশ্চয় বিলাতী সাৰীয়েই হব। সেই খন আকৌ বেলেগে ৰাখিলা কিয়? নে বানাৰসী সাৰী খনতকৈও ভাল নে কি সেইখন?"

গৌৰী, "ভাল নহলেও মই এইখন নিদিওঁ!"

ৰতন, "ওঁহো বিলাতী কাপোৰ মই কেতিয়াও ৰাখিব দিব নোৱাৰো। চাওঁ লৈ আনা এই ফালে।"

গৌৰীয়ে অনুনয়ৰ সুৰত কয়, "নাই, মোৰ খাতিৰত এই খন নিনিবা!"

ৰতন, "ওঁহো, নহব, তোমাৰ মোৰ খাতিৰত একো

ৰাখিবৰ নাই!" এই খনৰ লগত খাতিৰটো কিহৰ?"

গৌৰীয়ে কয়, "ভৰিত ধৰিছোঁ, জে'দ নকৰিবা।"

ৰতন, "স্বদেশী সাৰীৰ যি ইচ্ছা হয় ৰাখা, কিন্তু বিদেশী কাপোৰ ৰাখিবলৈ নিদিওঁ বুলি কৈছোঁ নহয়! এই কাপোৰৰ বাবেইতো আমি গোলাম হৈছোঁ। এই গোলামী কাপোৰৰ চিন অকণো ৰাখিব নিদিওঁ! চাওঁ আনা!"

গৌৰী, "ময়ো এই খন নিদিওঁ বুলি কৈছোঁ নিদিওঁ! এবাৰ নহয় হাজাৰ বাৰ কৈছোঁ নিদিওঁ।"

ৰতন, "ময়ো এইখন নিহে এৰিম। এই দাসত্ব বন্ধন কেতিয়াও ৰাখিব নোৱাৰো।"

গৌৰী, "মিছাই জে'দ ধৰি আছা।"

ৰতন, 'বাৰু তোমাৰনো এইখনলৈ ইমানটো মৰম হৈছে কিয়?"

গৌৰী, "কিয় ৰাখিছোঁ ব্যাখ্যা কৰিবনো লাগে কিয়? এই সাধাৰণ সাৰী এখন ৰাখিলোৱেই যেনিবা কিনো হব?"

ৰতন, "তুমি এতিয়ালৈকে ইয়াৰ মহত্ব বুজি পোৱা নাই।"

গৌৰী, "খুউব বুজিছোঁ চব্ ফাঁকি-খেল। চাৰিদিনতে সকলো ঠাণ্ডা পৰি যাব।"

ৰতন সিংহই হতাশভাবে কয়, "তোমাৰ সাৰী খনৰ প্ৰতি ইমানটো মৰম কিয় কোঁৱাচোন বাৰু? ক'লে কিজানি মই পতিয়ন যাওঁৱেই।"

গৌৰী, "এইখন মোৰ বিয়াৰ সাৰী (সুহাগৰ সাৰী)।

অলপ পৰ ভাবি ৰতনে কয়, "তেনেহলে এইখন ৰাখি বলৈ দিবই নোৱাৰো কেতিয়াও। এই বিদেশী কাপোৰ খন আমাৰ শুভস্থানত থব নোৱাৰো। পৱিত্ৰ সংস্কাৰত এই অপৱিত্ৰ স্মৃতি চিহ্ন ঘৰত কেতিয়াও ৰাখিব নোৱাৰো। মইতো এই খনতে সকলোতকৈ আগে জুই দিম। মানুহ বিলাক যে কি হতবুদ্ধিৰ আছিল! এনেকুৱা শুভকাৰ্য্যত বিদেশী বস্তু ব্যৱহাৰ কৰিবলৈ সংকোচ বোধ নকৰিলেনে?"

গৌৰী, "কি যে অমঙ্গলীয়া কথাবোৰ কৈছা!"

ৰতন, "এনেকুৱা বিয়াৰ সাৰী ৰখাটোহে মই কৈছো অমঙ্গল, অনৰ্থ, অনিষ্টকৰ।"

গৌৰী, "এই খন তুমি জোৰ জুলুম কৰি নিব পাৰিবা, কিন্তু মই হলে অন্তৰ খুলি দিব নোৱাৰো।"

ৰতন, "মই জোৰ জবৰদস্তি কৰিয়েই নিম। প্ৰস্তুত আছাতো?"

এই বুলি কৈ, থাপ্ মাৰি গৌৰীৰ হাতৰ পৰা সাৰী খন কাঢ়ি লব খোজাত গৌৰীয়ে ভালকৈ সাৰীখন মুঠি মাৰি ধৰি ৰতনলৈ কাতৰ দৃষ্টিৰে চাই কয়, 'মোৰ শপত দিছো।'

কেশৱ মহৰীয়ে এই কৌতুক চাই আছিল। তাইয়ো ৰতনক কয়, "বৌজীৰ ইমান ইচ্ছা হৈছে যেতিয়া ৰাখি থওক দিয়ক।"

ৰতননেও আগবঢ়াই দিয়া হাত খন কোচাই আনে,

মুখখন বেজাৰে আবৰি ধৰে। উদাস ভাবে তেওঁ কৈ উঠে, "মই মোৰ ব্ৰত ভাঙিব লাগিব। প্ৰতিজ্ঞা-পত্ৰত মিছা চহী কৰিব লাগিব। সিয়েই হব, উপাই নাই!"

৩

সন্ধ্যা হৈ আহে। স্বয়ংসেৱী দলে ৰতনৰ ঘৰৰ বাহিৰত চিঞৰি চিঞৰি কয়, "কুঁৱৰ চাহাব, সোনকালে আহক। তেখেতকো কওক ইয়াত যেন হঁকা বধা নকৰে বহুত দেৰি হৈছে।"

ইফালে ৰতন সিংহ দুই নাৱত দুই ভৰি হয়। প্ৰতিজ্ঞা পত্ৰত এতিয়া কেনেকৈ চহী কৰে? বিদেশী কাপোৰ ঘৰত ৰখাই স্বদেশী ব্ৰত কৰা বুলি কোৱাতো কিমান অন্যায় হব। আগবাঢ়ি আহিছোঁ পিছুৱাই যাব নোৱাৰো। কিন্তু প্ৰতিজ্ঞা পালন কৰাটোৱেই অভিষ্ট নহয়, মাথোন তাৰ ওপৰত অস্থা ৰাখিব লাগে। এই বিচাৰৰ দ্বাৰা প্ৰতিজ্ঞা পত্ৰত চহী কৰাৰ পূৰা অধিকাৰ মোৰ আছে। যিকি নহক তিৰোতাৰ জে'দলৈ চালে নচলিব। ইচ্ছা কৰিলেতো কাঢ়িয়েই আনিব পাৰো। পিচে তেওঁ যে বৰ দুখ পাব। বৰ ভাবপ্ৰৱন তেওঁ! তেওঁৰ ভাবপ্ৰবনতাক আদৰ কৰাতো মোৰ কৰ্ত্তব্যই! গৌৰীয়েও চিন্তা কৰিছিল।

বিয়াৰ সাৰী খন জুইত······কি অমঙ্গলীয়া কথা! তাইৰ শিশুৰ দৰে মাজে মাজে অভিমান আহে গিৰি-য়েকলৈ, মোৰ কথা একোকে শুশুনে।।

ইফালে বেচেৰা ৰতন সিংহও বিমোৰত পৰে! নিজৰ সিদ্ধান্তৰ বাবেই বাধ্য হৈছে; প্ৰতিজ্ঞা পত্ৰত মিছাই স্বীকৃতি লেখিব লাগিব তেওঁ। ভাবি মনত বৰ দুখ পায়। তেওঁ ঘোৰ ধৰ্ম্ম সংকটত পৰিব লাগিব। সেয়েতো নহয়! মিছাকৈ লিখা মানেই গোটেই চহৰত তেওঁৰ বদ্‌নামৰ আলোচনা চলিব, ক'তো মুখ দেখুৱাবলৈ ঠাই নহব।

এইবোৰ ভাবি থাকোতেই তেওঁৰ আগেদি ৰামটহল চহিচ্ আৰু কেশৰ মহৰীয়ে মূৰৰ ওপৰত দুটা কাপোৰৰ টোপোলা লৈ যায়; সিহঁতৰ পাচে পাচে ৰতনসিংহও যায় হাতত প্ৰতিজ্ঞা-পত্ৰ খন লৈ। মুখত স্পষ্ট মলিনতাৰ চিন পৰিলক্ষিত হৈ পৰিছিল।

গৌৰীক দেখিয়েই তেওঁ মুখ খন ঘুৰাই লয়। তেওঁ তাইৰ দৃষ্টিৰ পৰা আঁতৰ হৈ যাব খুজিলে। গৌৰীয়েও তেওঁৰ চলচলিয়া চকুদুটা দেখা পালে।

লৰালৰিকৈ গিৰিয়েকক বাধা দি তাই কয়, "শুনি যোৱাচোন!"

ৰতন, "যাবলৈ দিয়া। দিগ্‌দাৰ নকৰিবা, সকলো বিলাক বাহিৰত ৰৈ আছে।" বুলি প্ৰতিজ্ঞা-পত্ৰ খন লুকুৱাব ধৰোতেই গৌৰীয়ে সেই খন তেওঁৰ হাতৰ পৰা কাঢ়ি লৈ মনোযোগ দি পঢ়িলে। ক্ষন্তেক পৰ কিবা এটা চিন্তা কৰি পাছত কলে, "এইখন সাৰীও লৈ যোৱা।"

ৰতন, "ৰাখি থোৱা; মইতো মিছা কথা লিখি দিলোৱেই।"






গৌৰী, "তুমি যে এনে এটা প্ৰতিজ্ঞা লৈ পেলাইছা মইতো জানিবই পৰা নাছিলোঁ।"

ৰতন, "এইটো কথা তোমাক মই অগেয়েই কৈ থৈছিলোঁ।"

গৌৰী, "মোৰ ভুল হৈছিল, ক্ষমা কৰা। এই খন এতিয়া লৈ যোৱা।"

ৰতন, "যদি এইখন দিলে তুমি অমঙ্গল বুলি ভাবা তেনেহলে ৰাখি থোৱা। তোমাৰ বাবে মোৰ মিছা কথা লিখিবলৈ একো আপত্তি নাই।"

গৌৰী, "নহয়, নিয়া। অমঙ্গলৰ ভয়ত তোমাৰ হৃদয়ত আঘাট দিবলৈ মই ইচ্ছা নকৰো।" বুলি কৈ হাতৰ সাৰী খন ৰতন সিংহৰ হাতত তুলি দিয়ে। ৰতনে দেখিলে যে ইতিমধ্যে গৌৰীৰ মুখৰ ওপৰেদি কেইবাটাও ৰং বাগৰি গৈছে, যেন কোনো এক বেমাৰীয়ে অস্তৰস্থ কোনো এক ভীষণ বেদনা ঢাকিবলৈহে প্ৰচেষ্টা চলাইছে। তেওঁৰ বেয়া লাগি গল। লাজো পালে নিজৰ নিষ্ঠুৰতাৰ কাৰণে!
——'নিজৰ সিদ্ধান্ত ৰক্ষা কৰিবৰ কাৰণে আৰু নিজৰ আত্ম-সন্মান প্ৰাপ্তিৰ কাৰণে মই এগৰাকী দেবীৰ মনোভাবক বধ কৰিব ওলাইছোঁ।

ই অন্যায়েই নহয়, তেওঁৰ প্ৰতি অত্যাচাৰো কৰা হৈছে।'—এইবোৰকে ভাবি গুণি লৈ তেওঁ সাৰীখন গৌৰীৰ

হাতত দি কয়, "তুমি সাৰীখন ৰাখি থোৱা। মই প্ৰতিজ্ঞা-পত্ৰ খন ফালি পেলাম।"

গৌৰীয়ে এইবাৰ দৃঢ়ভাবে কয়, "যদি তুমি লৈ নোযোৱা মই নিজে দি থৈ আহিম গৈ।"

ৰত্তন সিংহই বিবুদ্ধি হৈ লাহেকৈ সাৰী খন লৈ বাহিৰলৈ ওলাই যায়।

৪

সেইদিনাৰে পৰা গৌৰীয়ে হৃদয়ত এটা আঘাত অনু-ভৱ কৰিবলৈ ধৰিলে। মন পৰিবৰ্ত্তন কৰিবৰ কাৰণে তাই বহুত চেষ্টা কৰিবলৈ ধৰিলে। মনৰ দুখ পাহৰিবৰ কাৰণে সদায় ফুৰিবলৈ ওলাই যায়; সভা-সমিতি-উৎসৱ আদিত যোগ দিয়ে, মনোৰঞ্জক কিতাপ পঢ়ে। আনকি তাইৰ নিয়মৰ বাহিৰ থিয়েটাৰ আদিও চাবলৈ ধৰিলে। কোনো ৰকমে মনৰ দুশ্চিন্তাক ঢাকি ৰাখিবলৈ তাই যত্নৰ ত্ৰুটী কৰা নাই। কিন্তু তথাপিও শঙ্কা মেঘ খণ্ডৰ দৰে তাইৰ হৃদয়ত ছাঁয়া হৈ লিপিত থাই বল।

লাহে লাহে দিন বিলাক ৰাগৰি এমাহ হলহি। গৌৰীৰ মানসিক বেদনাও ক্ৰমাৎ বাঢ়ি যায়। ৰতন সিংহই তাইৰ মন পৰিবৰ্ত্তন কৰাৰ উদ্দেশ্যে নিজৰ গাৱঁৰ ঘৰলৈ লৈ গল। তেওঁ নিজ আদৰ্শ-প্ৰেমৰ ওপৰত মনতে নিজকেই তিৰস্কাৰ কৰিবলৈ ধৰিলে।

ৰতন সিংহ প্ৰচাৰ কাৰ্য্যত প্ৰায়েই অন্য ঠাইলৈ যাব

লগীয়া হৈছিল। পিচে আজি কালি তেওঁ তেনেকৈ যাবলৈ এৰি দিলে। কাচিৎ গলেও সন্ধিয়া যেনে তেনে উভতি আহে। কাৰণ তেওঁ কৰবালৈ গলেই গৌৰীৰ মনৰ অসু-স্থতা বেচি হয়। না-না চিন্তাত উন্মনা হৈ পৰে, বেয়া সামাজিক দেখে।

তাই আশঙ্কাৰ কাঠ পুতলাৰ দৰে গাৰঁতে আছিল। ইফালে তাইৰ বিয়াৰ-সাৰী স্বদেশী-প্ৰেমৰ বেদীত ভস্মীভূত হৈ যায়। দুমাহৰ পাচত তাইক লৈ ৰতনসিংহ চহৰৰ ঘৰলৈ উভতি আহিল।

৫

গৌৰীহঁত উভতি অহা তিনি চাৰিদিন মানেই হল। পিছে বস্তু-বাহানি বিলাক থান-থিত লগাই থব লগাত এই কেইদিন তাই বাহিৰলৈকে ওলাই যাব পৰা নাই। কাৰণ কেশৰ মহৰী তেওঁলোক গাৰঁলৈ যোৱাৰ দুদিনৰ পাচতে যায়গৈ। ৰামটহলো যায়গৈ। গতিকে ভিতৰৰ পৰা বাহিৰলৈকে সকলো কাম গৌৰীয়েই কৰিব লগাত পৰি-ছিল।

সন্ধিয়া সময়। গৌৰীয়ে ভিতৰ ফালৰ বাৰাণ্ডা খনতে বহি আকাশৰ ফালে একেথৰে চাই আছিল। চিন্তাগ্ৰস্ত প্ৰাণীৰ একমাত্ৰ ইয়েই অৱলম্বন।

এনেতে ৰতনসিংহ হঠাতে আহি তেওঁক কলেহি, "বলা আজি তোমাক স্বদেশী দোকান বিলাক দেখুৱাই আনোগৈ।

এইটো কথা আগতেই ভাবি আছিলো। পিচে আমি অহা চাৰিদিন মানেই হল, সেই ফালে যাবলৈ সময়কে উলিয়াব পৰা নাই।

গৌৰীয়ে কয়, "মোৰ দেখোন যাবলৈ ইচ্ছাই হোৱা নাই। ইয়াতে বহি কথা-বাৰ্ত্তাকে পাতো দিয়া।"

ৰতন, "নহয় বলা, এঘণ্টা মানতে উভতি আহিম গৈ।"

শেষত গৌৰী যাবলৈ মান্তি হল। ইফালে আজি এমাহ মানেই হল, তাই বাহিৰ খনকে দেখা নাই। ওলাই যাওঁতে তাই যেন চাৰিওফালে এটা বিচিত্ৰ সৌন্দৰ্য্য দেখা পালে।

আগেয়ে তাই বজাৰ খন ইমান চমকপ্ৰদ ভাবে সজোৱা দেখা নাপাইছিল। স্বদেশী বজাৰ খনলৈ সোমাই গৈয়েই তাইৰ ভাল লাগি গৈছিল। প্ৰত্যেকে নিজৰ কামত ব্যস্ত হৈ আছে। এনেতে হঠাতে বুঢ়া এজনে কাম এৰি উঠি ৰতনক নমস্কাৰ এটা কৰেহি।

ৰতনে উচপ্ খোৱাদি কয়, "আৰে, ৰামটহল দেখোন! আজি কালি তুমি ক'ত থাকা?"

ৰামটহলৰ মুখ মণ্ডল শ্ৰীসম্পন্ন. তাৰ প্ৰতি অঙ্গতে আত্ম সম্মানৰ জিলিকণি, চকুত গৌৰৱময় জ্যোতি! ৰতন-সিংহ আচৰিত হৈ পৰে। বিশ্বাসেই কৰিব নোৱাৰে অস্তা-বল চাফা কৰা বুঢ়া ৰামটহল ইমান সাম্য ভদ্ৰ পুৰুষ হৈছে বুলি।

সি কয়, "চৰকাৰ, আজি কালি আপুনি খোলা কাৰ-

বাৰত ধৰিছোঁ। যেতিয়াৰ পৰাই আপোনাৰ চাকৰি এৰিলো, সেই দিনৰে পৰা নিজৰ কামত লাগি গলো। আপোনালোকৰ শুভদৃষ্টি এই গৰীব সকলৰ ওপৰত পৰিছে। গতিকে নিশ্চিতমনে দুবেলা দুসাজ খাব পাৰিছোহঁক। নহলে আপুনিতো দেখিছেই আমাৰ অৱস্থা কিহত পৰিছিল। জাতত কুৰি হৈও ছমাৰৰ কাম কৰিব লগাত পৰিছিলোঁ।"

ৰতন, "আচ্ছা ভাই, সুখী হোৱা। এই বজাৰখন পাতিবলৈ ময়েই পৰামৰ্শ দিছিলোঁ। বাৰু বিক্ৰী ভালেই হৈছে নহয়?"

ৰামটহল, "হয় চৰকাৰ, খুব বিক্ৰী হৈছে। তৎক্ষণাতেই মাল শেষ হৈ যায়। ইয়াত কাম কৰা এমাহ হৈছেহে পিচে, আপোনালোকৰ কৃপাত চাৰিটা পইচা অন্যক দি সহায় কৰিও আনন্দ লভিছোঁ, ভগৱানৰ কৃপাত বেচ সুখেৰেই নিৰ্ব্বাহ হৈছে। আৰু কি লাগিছে? আতঙ্কময় সাৰীৰ গুণেই কৰনে বজাৰৰ চমকপ্ৰদ কথাই কব! মানুহে কৈছে যে যেতিয়া ইমান ডাঙৰ হৈয়ো আশঙ্কা কৰা বস্তুটো দিবলৈ পৰোৱাই নকৰিলে, তেতিয়া আমি বিদেশী কাপোৰ কিয় ৰাখিম? যি কি নহক যিদিনাই হোলী জ্বলিছিল তাৰ কেইদিন মানৰ পাচতে আপোনালোকো নিজৰ গাঁৱলৈ গলগৈ। তাৰ আগেয়েও চৰকাৰ খুব কমেইহে ঘৰৰ পৰা ওলাইছিল। যি হওক, মই কৈছোঁ যে এই শঙ্কা কৰা মায়া-সাৰী খনেই এইবোৰ স্বদেশী সাৰী হৈছেছি।"

এনেকৈ বজাৰৰ গুণানুকীৰ্ত্তন কৰি থাকোতেই এজনী আদহীয়া তিৰোতা গৌৰীৰ সমুখলৈ আহি কলেহি, "বৌজী, মোক পাহৰি যোৱা নাইতো?" গৌৰীয়ে মূৰ তুলি চাই দেখে যে কেশৰ মহৰী ওচৰতে থিয় দি আছে। তাইৰ গাত সুন্দৰ সাৰী, হাতে ভৰিয়ে সাধাৰণ অলঙ্কাৰো পিন্ধিছে। প্ৰসন্নমুখী! স্বাধীন জীৱনৰ গৌৰৱ প্ৰতি অঙ্গতে পৰিস্ফুট হৈ আছে। গৌৰীয়ে কয়, "ইমান সোনকালে পাহৰি যাম নে? আজি কালি ক'ত থাকা? আমি নৌ উভতি আহোতেই গুচি গলা!"

কেশৰ মহৰীয়ে কয় "কি কৰিম বৌজী, নিজৰ কাম যেতিয়া ওলোৱা দেখিলো থাকিব নোৱাৰিলোঁ। যেতিয়া ৰোজগাৰ নাছিল তেতিয়ালৈকে যেনে তেনে নকৰিব লগা কামো কৰিবলৈ বাধ্য হৈছিলোঁ। এতিয়া আপোনালোকৰ অনুগ্ৰহত আমাৰো দিন ভালৰ ফালে আহিছে। এতিয়া আৰু অন্যৰ কাম কৰিবলৈ যাব নালাগে। এই বজাৰ খনৰ বাবেই নিজৰ আৰ্জনৰ খাইয়ো শেষ কৰিব নোৱাৰিম। বৌজী, এই সকলোৰে ভাগ্যত হৈছে আপোনাৰ সাৰী খনৰ মহিমা। এই সাৰী খনৰ জৰিয়তেই কিমান গৰীবৰ জীৱন ৰক্ষা পৰিছে! পেটৰ জ্বালাত মেঠৰগিৰি কৰিও জীৱন নিৰ্ব্বাহ কৰিব লগাত পৰিছিল। প্ৰকৃততে কবলৈ গলে আপোনাৰ সাৰী খনেই আমাবিলাকক সৌভাগ্যৱতী কৰি তুলিলে। নহলে আমি বিবাহিত হৈয়ো বিধৱাৰ দৰে

থাকিব লাগিল হেতেন! সচাঁই কৈছোঁ, সকলোৱে আন্ত-ৰিকতাৰে এইটোৱে কৈছে যে আপোনাৰ বিয়াৰ সাৰী খন অমৰ হওক, যিখনে আজি আমাৰ ভাগ্যহীন জাতিটোক সৌভাগ্য দান দিলে।”

ৰতন সিংহই বহি দোকানখনৰ কাপোৰ কানি চাই আছিল। গৌৰীৰ ভাবুক হৃদয় আনন্দত প্ৰফুল্লিত হৈ উঠি-ছিল। তাইৰ অমঙ্গল কল্পনা বিলাক সপোনৰ দৰে নোহোৱা হৈ উঠিছিল আৰু তাইৰ অশ্ৰুস্নাত চকুৰ আগত বিয়াৰ সাৰীবোৰে অঞ্চল ঢোৱাই তাইক আশীৰ্ব্বাদ কৰি আছিল।

তাই ৰতন সিংহৰ ফালে কৃতজ্ঞপূৰ্ণ ভক্তিভাবে চাই কলে, “মোৰ কাৰণেও এখন সাৰী লোৱা।”

৬

তেওঁলোক যেতিয়া দোকানৰ পৰা আহি ৰাস্তা উঠি-লহি তেতিয়া বিজুলী বাতিবোৰ জ্বলি উঠিছিল। ৰাস্তাটো লাইটৰ পোহৰত ফট্‌ফটীয়া হৈ পৰিছিল। গৌৰীৰ হৃদয়-খনো আনন্দৰ আবেগত জ্বলমলাই উঠিছিল।

ৰতনে সোধে, “পোনেই ঘৰলৈ যাবা নেকি?”

গৌৰী, “ওঁহো অলপ ফুৰো বলা!”

ৰতন, “বজাৰ খন বৰ সুন্দৰকৈ সজাইছে।”

গৌৰী “ওঁ, এটা কাম কৰা! ইয়াতে মাটি লৈ স্থায়ী ভাবে এখন বজাৰ খুলি দিয়া। স্বদেশী কাপোৰৰ দোকান হওক, কাৰো পৰা ভাৰা লব নালাগে।”

ৰতন, "বহুত খৰচ পৰিব।"

গৌৰী, "ঘৰটো বেচি দিয়া টকা গুলাব।"

ৰতন, "আৰু আমি গছৰ তলত থাকিম?"

গৌৰী, "নহয় গাৱঁৰ ঘৰত থাকিম।"

ৰতন, "বাৰু ভাবোচোন!"

অলপ ভাবি গৌৰীয়ে কয়, "তাতে বহুত কপাহ খেতি কৰাব লাগে।' যিয়েই কাপোৰ বব, তেওঁলোকৰ পাৰিশ্ৰমিক মাফ্ কৰি দিবা।"

ৰতন, "ওঁ তোমাৰ মনোভাবটো বেয়া হোৱা নাই, দুগুণ উৎপন্ন হব।"

অলপ ভাবি গৌৰীয়ে আকৌ কয় "বাৰু কাঠ বিনা দামতে দিলে কেনে হব? যাৰেই ইচ্ছা হয় যঁতৰৰ বাবে কাঠ কাটি লৈ যাব পাৰিব।"

ৰতন, "তেনেকুৱা হলে সকলোৱে চুৰ কৰিয়েই নিব।"

গৌৰী এনেকুৱা অন্যায় কোনেও নকৰে।

যেতিয়া মটৰৰ পৰা নামি ঘৰত সোমায়হি গৌৰীৰ মনটো শুভ কল্পনাত প্ৰফুল্লিত হৈ পৰিছিল; যেন কোনো এটা গৰু পোৱালীহে খুটাৰ বান্ধৰ পৰা এৰাই আহি আনন্দত মতলীয়া হৈ পৰিছে।

---

# মাহী আই

…ঘৈণীয়েকৰ মৃত্যুৰ তিনি মাহৰ পাছতেই পুনৰ্বিবাহ হোৱাতো মৃতাত্মাৰ প্ৰতি অন্যায় আৰু সেই আত্মাক আঘাত দিয়াতো কেতিয়াও ক্ষমা হব নোৱাৰে। মই অৱশ্যে কৰও নোৱাৰো! সেই স্বৰ্গবাসিনীয়ে অন্তিম সময়ত কৈ গৈছিল যে "আমাৰ সৰু ল'ৰাটোৰ এজনী 'মা' অনাতো খুব আৱশ্যক। সেইটো কথা যেন তেওঁ ৰাখে।"

মই কব পাৰো যে এই বিষয়ে মোৰ অন্তৰ নিৰ্ম্মল। আৰু এইটোও আশা কৰো যেন মোৰ এই কাৰ্য্যত স্বৰ্গলোকত নিৰ্দ্দয়তাৰ আলোচনা নকৰে। সাৰাংশটো হৈছে এয়েই!

যেতিয়া মই নব-বধূ ঘৰলৈ আনিলো, প্ৰথমেই তেওঁক 'মাতৃত্বৰ' উপদেশ দিয়াতো বেসুৰা ৰাগ হলেও, মই কিন্তু প্ৰথমেই তেওঁক কৈ দিছিলো,—'তোমাক মই কেৱল এই বাবেই বিয়া কৰাই আনিছোঁ যে এই অবোধ বালকৰ হৃদয়ৰ মাতৃত্বৰ পৰশ বোলাই দিয়া, তাৰ মাকৰ শোক যেন পাহৰাই ৰাখিব পাৰা!'

(২)

বিয়া হোৱা ডুমাহ হৈ যায়। মই সন্ধিয়া সময়ত মুন্নুক লগত লৈ সদায় ফুৰিবলৈ ওলাই যাওঁ। উভতি আহোঁতে প্ৰায় বন্ধু-বান্ধৱ সকলৰ লগত দেখা কৰাই নিওঁ। তেওঁ-লোকৰ লগ ভাগো সি ভাল পায়। বাস্তৱতে কবলৈ গলে মোৰ কিন্তু এই সঙ্গী বিলাকৰ মনোবিনোদ অভিপ্ৰায়ৰ বাবে নহয়,—কেৱল মুন্নুৰ অসাধাৰণ চমৎকাৰ বুদ্ধি-দীপ্তি প্ৰদৰ্শিত কৰাতোহে আছিল অভিলাস। মোৰ বন্ধু সকলে যেতিয়া তাক মৰম কৰে, তাৰ বুদ্ধি প্ৰতিভাক প্ৰশংসা কৰে, মোৰ অন্তৰ আনন্দত পুলকিত হৈ পৰে।

এদিন মুন্নুক লগত লৈ মোৰ পৰম বন্ধু জালা সিংহৰ ঘৰত বহিছিলোহি। তেওঁৰে মোৰে মাজত প্ৰভেদ নাছিল। কিন্তু সেই বুলি আমি আমাৰ ঘৰুৱা জঞ্জাল, আৰ্থিক সমস্যাৰ কথা কেতিয়াও নকৈছিলোঁ। আমি আমাৰ মান প্ৰতিষ্ঠা ৰক্ষা কৰিছিলোঁ। একতাতো ভেদ আছিল, ঘনিষ্ঠতাতো অন্তৰ আছিল।

এবাৰ হঠাতে জালা সিংহই মুন্নুক সুধিলে, "তোমাৰ মায়ে তোমাক খুব মৰম কৰে নহয়?"

মই মিচিকিয়াই হাঁহি মুন্নুৰ ফালে চালোঁ। তাৰ উত্তৰৰ বিষয়ে মই কোনো সন্দেহ নকৰিছিলোঁ। মই ভালকৈয়ে জানিছিলো যে মাহীমাকে তাক খুউব মৰম কৰিছিল। কিন্তু কি আচৰিত! মুন্নুৱে এই প্ৰশ্নৰ উত্তৰটো মুখৰে নিদি চকুৰ

পানীৰে দিলে। টপ্‌টপ্‌কৈ তাৰ চকুৰেদি চকুলো বৈ আহিবলৈ ধৰিলে। মই লাজত মৰি যোৱাৰ নিচিনা হলোঁ। এই অশ্ৰুজলেই মাহীমাকৰ সেই সুন্দৰ মুখখন লণ্ড-ভণ্ড কৰি পেলালে, যিখন মুখ মই হৃদয়ৰ আগতে অঙ্কিত কৰি ৰাখিছিলো।

জালাসিংহই মোৰ ফালে সংশয় দৃষ্টিৰে চাই লৈ পুনৰ মুন্নুক সুধিলে, 'কিয় কান্দিছ বাচা?"

মুন্নুৱে কলে, "কন্দা নাই, চকুত ধোৱাই ধৰিছে।"

জালাসিংহৰ মাহীমাকৰ মমতাৰ ওপৰত সন্দেহ কৰাতো স্বাভাৱিক কথাই আছিল। কিন্তু এতিয়া বাস্তৱতে মোৰো সন্দেহ হল।

মাহীমাকৰ সহৃদয়তা আৰু স্নেহৰ সেই দেৱী নহয়, যাৰ প্ৰশংসা কৰাত মোৰ জিভাত বাধা নাহিছিল। তাৰ পৰা যেতিয়া উঠিলো, মোৰ হৃদয় গধূৰ হৈ পৰিছিল, লাজত মূৰ উঠাব নোৱাৰিছিলোঁ।

(৩)

মই যেতিয়া ঘৰলৈ বুলি আহি আছিলো, মনতে বহুত কিবা কিবি ভাবি আহিছিলো;—কেনেকৈ গৈয়েই খংটো প্ৰকাশ কৰিমগৈ। এবাৰ ভাবো, গৈয়েই মুখখন ঢাকি বিচনাত শুই পৰিম। অম্বাই (মোৰ পত্নী) যেতিয়া কি হৈছে বুলি সুধিবহি তেতিয়া খঙৰেই কৈ দিম; মূৰ কামুৰিছে, যোৱা দিগ্‌দাৰ নকৰিবা। ভাত খাবলৈ যেতিয়া মাতিবহি তেতিয়াও

সেইদৰেই উত্তৰ দিম। তেতিয়া মোৰ এই ব্যৱহাৰতেই বুজি লব যে তেওঁৰ প্ৰতিকুলে নিশ্চয় কিবা এটা হৈছে। হয়তো তেওঁ মোৰ ভৰিত ধৰিব। সেই সময়তে ব্যঙ্গপূৰ্ণ কথাৰে তেওঁৰ হৃদয় থকা-সৰকা কৰি পেলাম। এনেদৰে কন্দুৱাই পেলাম যাতে তেওঁৰ মনত বৈ যায়। পিচত আকৌ এইটোও ভাব আহিল, তেওঁৰ হাঁহি মুখখন দেখিলে মোৰ হৃদয়খনক বশ কৰি ৰাখিব পাৰিম নে নোৱাৰিম! তেওঁৰ মিঠা মাতষাৰে, প্ৰেমপূৰ্ণ এটি দৃষ্টিয়ে হয়তো মোৰ হৃদয়ৰ খংটো খন্তেকতে চূৰ্ণবিচূৰ্ণও কৰিব পাৰে! কিন্তু নিজৰ ওপ-ৰতেই হৃদয়ৰ দুৰ্ব্বলতাৰ প্ৰতি খং উঠি আহিল। মোৰ কি অৱস্থা হল? ইমান সোনকালেই অন্তৰখন পৰিবৰ্ত্তন হৈ গলনে? আগেয়ে মোৰ বিশ্বাস আছিল যে এই প্ৰবল মৃদু-বাক্য ললিত কভাক্ষৰ সোঁতভো অচল-অটল হৈ থাকিব পাৰিম! আৰু এতিয়া হল কি? এটা সাধাৰণ দৃষ্টিও সহ্য কৰিবৰ সামৰ্থ্য নাই! এই বিচাৰৰ লগে লগে মনলৈ দৃঢ়তা আহে। তাৰ উপৰি ক্ৰোধৰ মাত্ৰাও ক্ৰমে ঢিলা পৰি আহিব ধৰে।

শেহত মই মনটো হেচা দি ৰাখি মিছাকৈয়ে খঙৰ ভাও জুৰি লওঁ। ঠিক কৰিলো গৈয়েই একদম তেওঁৰ ওপৰত জপি-য়াই পৰিম।

এইটোও নহয় যে বিলম্বৰূপী বায়ুয়ে ক্ৰোধৰূপী মেঘক উৰাই লৈ যায়। কিন্তু যেতিয়া খবৰ পালোহি, অন্বাই দৌৰি

আহি মুন্নুক কোলাত তুলি ললেহি, আৰু মৰম কৰি কোমল মাতেৰে কয়, "আজি ইমান দেৰিলৈকে ক'ত ঘূৰি ফুৰিছিলা? বলাচোন চোৱাগৈ তোমাৰ কাৰণে মই ইমান ভাল ভাল ফুলৰি বনাই থৈছোঁ।"

মোৰো কৃত্রিম খং খন্তেকতে দমি গল। ভাবিলো এই দেবীৰ ওপৰত ক্রোধ কৰাতো একেবাৰে অত্যাচাৰ কৰাহে হব। মুন্নু অবুজ লৰা। বোধকৰো মাকলৈ মনত পৰি তেনেকৈ কান্দিছিল। ইয়াৰ বাবে মই অন্যাক দোষ দিব নোৱাৰোঁ। আমাৰ মনোভাব পূর্ণবিচাৰৰ অধীন নহয়, আমি তাক প্রকাশ কৰিবৰ কাৰণে কিমান শব্দ গঢ়ো; কিন্তু সময়ত শব্দবোৰে আমাক ফাঁকি দি যায় আৰু সেই ভাববোৰেই স্বাভাৱিক ৰূপে প্রকাশ পায়। মই অন্যাক ব্যঙ্গোক্তিও নকৰিলো, মুখ ঢাকি হুগুলোও। বৰং অতি কোমল মাতেৰেহে কলো, "মুন্নুৰে আজি মোক বৰ লাজত পেলালে বুইচা। খাজাঞ্চী চাহাবে তাক সুধিলে—'তোমাৰ নতুন মায়ে তোমাক মৰম কৰেনে নকৰে,' তেতিয়া সি কান্দিব ধৰিলে। মই লাজতে মৰা প্রায় হলো। মইতো সপোনতো ভবা নাই যে তুমি তাক কিবা কোৱা। কিন্তু অবোধ ল'ৰা-ছোৱালীৰ হৃদয় সেই চিত্রৰ দৰেই হয় যাৰ ওপৰত খুব সাধাৰণ পর্দা এখন ওঁৰা হৈ থাকে, লাহেকৈ দিয়া এচাটি বতাহেই সেইখন আতৰাই দিয়ে।" এই কথা থিনি বৰ কোমল ভাবে কোৱা সত্বেও অন্যাৰ সুন্দৰ মুখখন জয় পৰি গল।

তেওঁ সজল চকুৰে মোলৈ চাই কয়,—“এই বিচাৰটো মই যথাসাধ্যে প্ৰথমৰ পৰাই ৰাখিছোঁ। কিন্তু, এইটো হলে অসম্ভৱ তাক মাকৰ শোকৰ কথা পাহৰাই ৰাখিব নোৱাৰোঁ। মই লাগিলে তাৰ বাবে নিজৰ সৰ্ব্বস্ব ত্যাগ কৰোঁ তথাপিও মোৰ এই ‘মাহী আই’ কথাটো যাব নোৱাৰে।”

(৪)

মোৰ কিন্তু ভয় লাগিল এই বাক্যালাপৰ পৰিণাম যাতে বিপৰীত নহয়। কিন্তু পিছদিনাখন অম্বাৰ ব্যৱহাৰ একেবাৰে বিপৰীত পালো। মই তেওঁক ৰাতি পুৱাৰপৰা সন্ধ্যালৈ মুন্নুৰ লগতে লাগি থকা দেখা পালো; আনকি তাৰ কাৰণে মোৰ খবৰ নোলোৱা হল। পিচে সেই বুলি মইও এনেকুৱা উদাৰ নাছিলো যে মোৰ গোটেই আৰামখিনি মুন্নুতেই অৰ্পণ কৰি দিম। মাজে মাজে অম্বাৰ মোৰ প্ৰতি উদাসীনতা দেখি ভাল নালাগিল। অৱশ্যে ভুলতো মই তাৰ চৰ্চ্চা নকৰো।

এদিন অফিচৰ পৰা হঠাতে অনিয়মিত ভাবে ঘৰলৈ আহিলো। আহি দেখো যে মুন্নুৱে ভিতৰৰ ফালে মুখকৰি দৰজাৰ ওচৰত থিয় দি আছে। হঠাতে মোৰ মনত এটা ধেমালি খেলি গল। লাহেকৈ গৈ দুইখন হাতৰে তাৰ চকু দুটা ঢাকি ধৰিলোগৈ। কিন্তু কি আচৰিত! তাৰ দুয়োখন গাল চকু পানীৰে তিতি আছে। তৎক্ষণাৎ হাতটো আঁতৰাই আনিলো। এনেকুৱা লাগিল যেন সাপেহে খুটিলে। অন্তৰত বৰ আঘাত লাগিল।

মুন্নুক কোলাত লৈ কলো, "মুন্নু কিয় কান্দিছা ?"

এইবুলি সোধাৰ লগে লগে মোৰো চকু দুটা সজল হৈ আহে।

মুন্নুৱে লৰালৰিকৈ চকু দুটা মচি লৈ কলে, "নাই কন্দা দেউতা!"

মই তাক বুকুত সাৱটি ধৰি লৈ কওঁ, "মায়ে কিবা কোৱা নাইতো ?"

মুন্নুৱে তৎক্ষণাৎ প্ৰতিবাদ কৰি কৈ উঠে,—"ওঁহো, তেওঁতো মোক খুব মৰম কৰে।" মোৰ কিন্তু তাৰ কথাত বিশ্বাস নহল। সুধিলো,—"যদি তোমাক মৰমেই কৰে তেনেহলে তুমি কিয় কান্দিছা ? সেইদিনাও খাজাঞ্চীৰ ঘৰত কান্দিছিলা। তুমি মোক ফাঁকি দিছা। কেতিয়াবা তোমাৰ মায়ে নিশ্চয় খং কৰে।" মুন্নুৱে মোৰ ফালে কাতৰ দৃষ্টিৰে চাই কয় "নহয় মায়ে মোক মৰম কৰে। সেই কাৰণেহে মই বাৰে বাৰে কান্দো। মোৰ মায়েও মোক খুউব মৰম কৰিছিল, তেওঁ মোক এৰি গল। নতুন মায়ে তাতোকৈও মৰম কৰে। এই কাৰণে মোৰ ভয় লাগে কিজানি তেওঁৰ দৰে এওঁ এৰি থৈ যায়!" এই বুলি কৈয়েই মুন্নুৱে ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। ময়ো কান্দি পেলালো। অম্বাৰ এই স্নেহে মুন্নুৰ কোমল হৃদয়তো কিমান দকৈ স্পৰ্শ কৰিছিল! অলপ পৰ মই স্তম্ভিত হৈ থাকো। কোনো কবিৰ যদি এই বাণী স্মৰণ হয়, তেনেহলে পবিত্ৰ আত্মাবিলাক

সংসাৰত চিৰ কাললৈকে থাকিব নোৱাৰে।

একে ভাবকে এই বালকৰ জিভাৰ দ্বাৰাইও প্ৰকাশ কৰা নাইতো! ভগৱান! এই অশুভদিনটো মোক নেদেখুৱাবা! মই যুক্তি তৰ্কৰ দ্বাৰা এই শঙ্কাবোৰ হৃদয়ৰ পৰা মচি পেলাওঁ। ভাবিলো, মাকৰ মৃত্যুৱে প্ৰেম আৰু বিয়োগত তাৰ মানসিক চিন্তাৰ উৎপন্ন কৰে। আন কথা একো নাই। এই ভাবি অলপ সান্ত্বনা পাওঁ।

মুন্নুক কোলাত লৈ একেবাৰে অম্বাৰ ওচৰলৈ গলোঁ আৰু মিচিকিয়াই হাঁহি কলো, "ইয়াক সোধাচোন কিয় কান্দিছে?"

অম্বা উচপ্‌ খাই উঠে। মুখৰ ৰং সলনি হৈ উঠে। তেওঁ কলে "তুমিয়েই সোধা।"

মই কলো—"সি এই বাবে কান্দিছে, তুমি বোলে তাক খুব মৰম কৰা। তাৰ ভয় লাগে জানোচা তুমিও মাকৰ দৰে এৰি থৈ যোৱা।"

যি দৰে ধূলি-মাকতি গলে আৰ্চীখন চক্‌মকাই উঠে সেই দৰে অম্বাৰ মুখ মণ্ডলতো এটি পোহৰ জক্‌মকাই উঠে। তেওঁ মুন্নুক মোৰ কোলাৰ পৰা টানি লয় আৰু প্ৰথমবাৰৰ কাৰণে তাই মমতাপূৰ্ণ চেনেহৰে মুন্নুৰ মুখত এটি চুমা আঁকি দিয়ে।

(৫)

দুৰ্ভাগ্য! কি দুৰ্কপাল! মই ভবাই নাছিলো যে মুন্নুৰ সেই অমঙ্গলীয়া কল্পনা ইমান সোনকালে বাস্তৱত পৰিণত হব বুলি! সম্ভৱ সি কাল-দৃষ্টিৰে মৃত্যু-দূতক দেখিছিল।

কদাচিৎ বালকৰ শ্ৰৱণ মৃত্যু-তুতৰ আপচু শব্দৰ লগত হয়তো বা পৰিচিত আছিল।

ছয়মাহেই নহল। অম্বাৰ বেমাৰ হল। ইন্‌ফ্লুৱেঞ্জা। চাওঁতে চাওঁতে সিয়েই আমাৰ হাতৰ পৰা অম্বাক একৰাই নিলে।

পুনৰ মন মৰুতুল্য হৈ পৰিল। জীপ্‌ পাই উঠা ঘৰখন আকৌ মৰিশালিত পৰিণত হল। অম্বাই মুন্নুৰ কাৰণে সকলো ত্যাগ কৰিছিল। এবা, তেওঁ পুত্ৰ স্নেহৰ আদৰ্শ দেখুৱাই থৈ গল। আৰ কালিও মুন্নুৰ বাবে পুৱাতে উঠি খোৱা বস্তু জোগাৰ কৰি থয়। ষেচেৰীৰ স্নেহে মুন্নুৰ হৃদয়ত প্ৰভাৱ পেলাইছিল। অম্বাৰ মৰম পাই সি বৰ হুষ্ট হৈ উঠিছিল। যেতিয়ালৈকে তেওঁ খাবলৈ নবহে সিও মুখত একো নিদিয়ে। তেওঁ খিচি নিদিলে সি বিচনাত ভৰিকে নিদিয়ে। খুব জুলুম কৰে অম্বাক। কিন্তু তেওঁ এই বিলাকত আন্তৰিক সুখহে পাইছিল। ইনফ্লুৱেঞ্জাই তাইক পেপুৱা লগাইছিল। বিৰত্ত কাটি-কুটা কৰিব নোৱাৰে। তথাপি তেওঁৰ মুন্নুৰ খোৱা-বোৱা লৈয়ে চিন্তা কৰি আছিল।

হায়! সেই নিস্বাৰ্থ মাতৃস্নেহ এতিয়া সপোন হৈ গল। স্মৰণত স্মৰণ হলেও হৃদয় গদ্‌ গদ্‌ হৈ পৰে। অম্বাৰ লগতে মুনুৰ শিশু সুলভ সকলো দুষ্টামি লোপ পালে। সি এতিয়া দুখ দৈন্যৰ এটি মূৰ্ত্তি। সি এতিয়া আৰু কেতিয়াও নাকান্দে! এনেকুৱা এটা পদাৰ্থ হেৰুৱাই এতিয়া তাৰ কোনো শঙ্কা ভয় নোহোৱা হৈ গল।

# পশুৰ পৰা মানুহ

দুৰ্গামালি ডক্টৰ মেহৰা বাৰ-এট-লৰ চাকৰ আছিল। মাহে পাঁচ টকা দৰমহা পাইছিল সি। দুৰ্গাৰ ঘৈণীয়েক, দুটা-তিনিটা ল'ৰা-ছোৱালীৰে সংসাৰ এখনো আছিল। ঘৈণী-য়েকে ওচৰ-চুবুৰীয়াৰ কাৰণে ধেহু পিহিছিল; দুটা ল'ৰাও অলপ বুজন হৈছিল। সিহঁতেও সৰখনৰ বাবে ইফাল সিফালৰ পৰা খৰিকে হওক, তৰকাৰী-পাচলিকে হওক মনে মনে লৈ আহিছিল। কিন্তু ইমান যত্ন কৰা সত্বেও বহুত কষ্টেৰে সিহঁতে জীৱন নিৰ্ব্বাহ কৰিব লগীয়াত পৰিছিল।

ইফালে দুৰ্গা মালিয়েও ডক্টৰ চাহাবৰ অলক্ষিতে বাগানৰ ফুল চিঙি নি বজাৰৰ পূজাৰীক বেচিছিলগৈ। কেতিয়াবা কেতিয়াবা ফল-মূলতো হাত লগায়। এইটো আছিল তাৰ উপৰুৱা আমদানী। তাৰেই নিমখ-তেলৰ খৰচ উলিয়াইছিল। দৰ্মহা অলপ বেচি পাবৰ বাবে সি ডক্টৰক কেৱাবাৰো প্ৰাৰ্থনা কৰিছিল। কিন্তু ডক্টৰে চাকৰৰ বেতন বৃদ্ধিক সোঁচৰা কেস্না-ৰৰ দৰেই ভাবিছিল, সি লাহে লাহে অন্যকো গ্ৰাস কৰি লয়।

তেওঁ তাক পৰিষ্কাৰ ভাবে কৈ দিয়ে, "তোকতো মই বান্ধি ৰখা নাই। ইয়াৰে যদি তোৰ নিৰ্বাহ নহয় অন্য ঠাইলৈ যাগে। মোৰতো মালিৰ অভাৱ হোৱা নাই।"

দুৰ্গাৰো ইমান সাহ নাছিল যে এই কাম এৰি অন্য চাকৰি বিচাৰে। ইয়াতকৈ বেচি দৰমহা পাব বুলি সি আশাও কৰা নাছিল। গতিকে ভাগ্যকে ধৰিয়াই এই কাম-টোকে কৰি থাকে। ডক্টৰ চাহাবৰ বাগিছাখনৰ প্ৰতি বেচ নিচা আছিল। নানা প্ৰকাৰৰ ফল-মূলৰ পুলি ফৰ্মাচ্ কৰি আনি ৰুইছিলহি। মলিহাবাদ, চাহাৰানপুৰ আদি ঠাইৰ পৰাও ভাল ভাল গছৰ পুলি অনাইছিল। যেতিয়া ফল বিলাক গছত লাগিছিল, তেওঁ চাই খুউব তৃপ্তি পাইছিল। আৰু বাগিচা খনত যিহকে লাগিছিল প্ৰত্যেকৰে এভাগ বন্ধু-বান্ধৱলৈ উপহাৰ পঠাইছিল। কিন্তু ডক্টৰ চাহাবে কেৱল নিজে খাই ৰুচি নাপাইছিল। বন্ধু-বান্ধৱ সকলক খুৱায়েই অসীম আনন্দ লাভ কৰিছিল। যেতিয়াই প্ৰতিবিধ ফল পকে তেতিয়াই তেওঁ বন্ধু-বান্ধৱ সকলক ঘৰলৈ নিমন্ত্ৰণ কৰি আনি খুৱাইছিল। পিক্‌নিক পাৰ্টি আদি পতাতোও তেওঁৰ মনোৰঞ্জনৰ এটা অঙ্গ আছিল। এবাৰ গৰমৰ দিনত তেখেতে দুই এজন বন্ধুক আম খাবলৈ নিমন্ত্ৰণ কৰিছিল। এইবাৰ মলিহবাদৰ পৰা অনা আম কিজোপাত থোপা-থোপে আম লাগিছিল। ডক্টৰে সদায় গৈ চাই আহেগৈ। এইজোপা আম প্ৰথম লাগিছিল। সেই গতিকে তেওঁ বন্ধু সকলৰ পৰা আমৰ মিঠা সোৱাদৰ

প্ৰশংসা শুনিবৰ কাৰণে হেপাহ কৰিছিল। এই ভাবি তেওঁ এটা আমোদ অনুভৱ কৰিছিল যে বন্ধু সকলক খুউৱাৰ আগেয়ে এবাৰ দেখুৱাই লব। ইমান সুন্দৰ সুকোমল্ল ফল স্বয়ং নিজে দেখিলেও বিশ্বাস নহয়। এই সুন্দৰ ফল বিলাক দেখিয়েই ডক্টৰৰ দৃঢ় বিশ্বাস হৈছিল যে বেলেগ সোৱাদ লবৰ আৱশ্যক বোধ নকৰিলে। প্ৰকৃত কথা হৈছে এটা ফল তেওঁ খালেই জানোচা এজন বন্ধুৰ ৰসাস্বাদৰ প্ৰশংসা পোৱাৰ পৰা বঞ্চিত হয়!

চ'ত মাহ। সন্ধ্যা সময়ত ডক্টৰ চাহাবৰ বন্ধু বৰ্গ আহি বাগিচাৰ ওচৰতে পুখুৰীৰ পাৰত আগেয়ে ব্যৱস্থা কৰি ৰখা মাচিয়া বিলাকত বহি পৰেহি। চৰবৎ, গাখীৰৰ পৰ্ব্ব আগেয়ে হৈ যায়। কিন্তু এতিয়ালৈকে ফল পৰোৱাই হোৱা নাছিল। ডক্টৰে আগতে দেখুৱাই পাচতহে পৰাবলৈ ইচ্ছা কৰিছিল। কাৰো যাতে সন্দেহ নাথাকে ফল বিলাক এওঁৰ বাগিচাৰে নহয় বুলি ভাবিবলৈ। যেতিয়া সকলো বন্ধু-বান্ধৱ গোট খালেহি তেতিয়া ডক্টৰে কলে, "আপোনালোকে যদি কষ্ট নাপায় তেনেহলে গছত লাগি থকা ফল বিলাক অকণমান গৈ চাই আহকগৈ। ইমান সুন্দৰ দৃশ্য, গোলাপ ফুলতো বোধকৰো এনে লালিমা নেদেখিব, ৰং দেখিলেই সোৱাদ কিমান অনুভৱ হয়। মই ইয়াৰ কলম মলিহাবাদৰ পৰা আনি নিয়ম মতে পালন কৰিছোঁ।"

সকলো বন্ধু উঠিল। ডক্টৰ চাহাব আগে আগে গৈ

থাকে। দুয়োফালে গোলাপৰ কাঁইট। তাৰ মাজে মাজে গৈ থাকি তেওঁবিলাকক ইটো সিটো শোভা দেখুৱাই আম গছৰ ওচৰ পালেহি। কিন্তু ইকি! আচৰিত। তাত দেখোন এটাও ফল নাই? তেওঁ ভাবিলে, বোধকৰো এই জোপা গছ নহয়। দুখোজ আগুৱাই দ্বিতীয় জোপা গছ দেখে তাতো নাই। তাৰ পাচত তৃতীয় জোপাতো যেতিয়া দেখা নাপালে বিস্মিত ভাবে উভতি আহি আম এজোপাৰ তলত বৈ গলহি।

ইয়াততো সন্দেহ কৰিব লগা নাই যে গছ ইয়াত নাই। কিন্তু ফল বিলাক হল কি? বিশ-পঁচিশ জোপা আম আছিল। অথচ গছত এটা আমো নাই। হতাশ ভাবে বন্ধু সকলৈ অপৰাধীৰ দৰে চাই কলে, "আচৰিত! এই গছ বিলাকত এটাও ফল নাই। আজি ৰাতিপুৱা মই দেখিছিলো লমা-লমে লাগি আছিল। এইয়া চাওকচোন ঠালি বিলাক। মই জানিছো এইটো মালিৰ বদ্‌মাচী! আজি তাৰ কামি হাড় উলিয়াই পেলাম। সেই পাঁজীয়ে আজি মোক কিমান ফাঁকি দিলে দেখিলে? আজি মই সঁচাকৈয়ে বৰ লজ্জিত হৈছোঁ। আপোনালোকৰ মিছাই কষ্ট হল। মই সইত খাই কৈছোঁ এই মুহূৰ্ত্তত মই কিমান কষ্ট পাইছোঁ, তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰো। এনেকুৱা সুন্দৰ ফল মই জীৱনতে দেখা নাছিলোঁ। ফল বিলাক নোহোৱাত মোৰ হিয়াখন টুকুৰাটুকুৰ হৈ গৈছে।" এই বুলি কৈ ডক্টৰ নিৰাশ-ভাবে ওচৰৰ চকী এখনত বহি পৰে।

বন্ধু সকলেও তেওঁক সান্তনা দিবৰ বাবে কয়, "চাকৰ থাকিলে সকলো ঠাইতে এনে অৱস্থা হয়। এই জাতিটোৱেই হৈছে পাঁজী। আপুনি আমাৰ কাৰণে দুখ কৰিব নেলাগে। এই বিধ গছৰ নাই নালাগে, অইন যি আছে সেয়ে হব।"

এজন বন্ধুৱে কয়, "মইতো সকলো আম একে বুলিয়েই ভাবো। বোম্বে, মোহন, চফেদ্ আদি কৰি সকলো একে যেনেই লাগে। আপোনালোকেহে কিয় জানো সেই কেই-জোপা আমৰেই সোৱাদৰ চিন্তা কৰি আছে।"

দ্বিতীয় জনে কয়, "ইয়াতো সেই একে বস্তুৱেই আছে। এই সময়ত যি ফল পায় তাকে অনাওক। যি গল তাৰ বাবে চিন্তা কিছুৰ ?"

ডক্টৰ চাহাবে ব্যথিত ভাবে কয়, "আমৰনো কি আকাল লাগিছে, গোটেই বাগিচাতে থোপা-থোপে লাগিছে। যিমান হয় খাওক আৰু বান্ধি-ছাতি ঘৰলৈকো নিয়ক। এই বিলাকনো কাৰ কাৰণে ? পিচে ইয়াত সেই কেইজোপাৰ নিচিনা সোৱাদ ক'ত পাব ? আপোনালোকৰ বিশ্বাসেই নহব একেবাৰে দেখাত নাচপতি যেন লাগিছিল। এই মালিয়ে সকলো অনৰ্থ কৰিলে। এনেকুৱা লাগিছে যেন সেই নিমখ-হাৰামক গুলি কৰি মাৰি পেলাওঁ।"

মালি বজাৰলৈ গৈছিল। ডক্টৰে অন্য গছৰ পৰা আম পৰোৱালে। বন্ধু সকলে আম গাখীৰ আদি খাই-বৈ ডক্টৰক ধন্যবাদ দি ঘৰাঘৰি গলগৈ। কিন্তু মিষ্টাৰ মেহেৰা ভাৰ

পৰা আতৰি নগল। হাওত হাণ্টাৰ লৈ ছুৰ্গামালিলৈ অপেক্ষা কৰি ৰল।

তেওঁৰ আকৃতি সাক্ষাৎ যমৰ দৰে হৈ পৰিছিল।

(ছুই)

অলপ ৰাতি ছুৰ্গামালি বজাৰৰ পৰা উলটি আহিছিল। সি ইফালে-সিফালে সতর্ক দৃষ্টিৰে চাই আহিছিল। যেতিয়াই পুখুৰীৰ ওচৰত হাতত হাণ্টাৰ লৈ বহি থকা ডক্টৰ চাহাবক দেখা পালে তাৰ চুলিৰ আগে জীয়া গল। সি বুজিলে চোৰ ধৰা পৰিল। এইটো ভয়তে সি ইমান দেৰি কৰিছিল বজাৰত। ছুৰ্গাই ভাবিছিল, ডক্টৰ চাহাব ফুৰিবলৈ ওলাই গৈছে চাগৈ। এই চেগতে মোৰ জুপুৰীটোত সোমাই থাকিমগৈ। পুৱাবেলা এই বিষয়ে সোধা পোছা কৰিলেও উত্তৰ দিবলৈ সুযোগ ওলাব। কৈ দিম "দেউতা, মোৰ জুপুৰীটোত খানাতালাচ কৰক।" এই বুলি কলেই 'মামলা' ঠাণ্ডা পৰি যাব। সময়ৰ সফলতাই হৈছে চোৰৰ ডাঙৰ বন্ধু। প্ৰত্যেক ক্ষণে ক্ষণে নিৰ্দ্দোষিতা সাব্যস্ত হৈ পৰে। কিন্তু বঙৰ হাতৰে লৈতে যদি তপতে তপতে ধৰা পৰি যায় তাৰ পৰা কিন্তু চোৰৰ সাৰি যোৱাৰ উপায় নাই।

ছুৰ্গাৰ ভৰি ছুখন কঁপিবলৈ ধৰে; বুকুখন চপ্ চপ্ াই উঠিল। ডক্টৰ চাহাবৰ চিকাৰী দৃষ্টিও কিন্তু তাৰ ওপৰত পৰিল। উভতিবৰ আৰু উপায় নাই। ডক্টৰেও আতৰৰ পৰা তাক দেখিয়েই ঘপহকৈ উঠিল। তাক মাৰি মাৰি শেহুকৰো।

কিন্তু, মেহৰা উকীল মানুহ। ভাবিলে, নাই আগেয়ে তাক জেৰা কৰা উচিত হব। এই ভাবি তাক চকুৰ ইঙ্গিতেৰে ওচৰলৈ মাতি আনি সুধিলে, "আম গছত বহুত আম লাগি আছিল। এতিয়া দেখোন এটাও নাই। কি হল অ'?" দুৰ্গাইও নিৰ্দ্দোশ ভাবে উত্তৰ দিলে, "দেউতা মইতো এতিয়া বজা-ৰলৈ গৈছিলো। মই যোৱাৰ আগলৈকেতো আম লাগিয়েই আছিল। এইখিনি সময়ৰ ভিতৰতে কোনে পাৰি নিলে কবতো নোৱাৰো।"

ডক্টৰে কয়, "তোৰ বাৰু কাৰ ওপৰত সন্দেহ হয়?"

দুৰ্গা "দেউতা, এতিয়া মইনো কাৰ নাম কওঁ। ইমান বিলাক চাকৰ নাকৰ আছে, নাজানো কাৰ হাত লাগিল।"

ডক্টৰ,—"মোৰ হলে তোৰ ওপৰতহে সন্দেহ হৈছে ভালেৰে কৈছো, যদি পাৰি ৰাখিছ আনি দে, আৰু সঁচা কথা কৈ দে মইয়েই পাৰিছোঁ বুলি। নহলে কথা বেয়া হব এতিয়া!"

চোৰে কেৱল চুৰিৰ পৰাই নহয়, অপমানৰ পৰাও বাচি থাবলৈ চায়। দুৰ্গাই দণ্ডলৈও সিমান ভয় নকৰিছিল, যিমান কৰিছিল অপমানলৈ। যেতিয়া সি শাস্তি খোৱাৰ পৰাও বাচিবৰ উপায় নেদেখিলে তথাপি সি সেই সময়ত দোষ স্বীকাৰ নকৰিলে। সি অপৰাধ স্বীকাৰ কৰি তেওঁৰ হাতৰ পৰা এৰাই যোৱাতকৈ, নিৰ্দ্দোষী হৈ শাস্তি ভোগাতোহে শ্ৰেয় বুলি ভাবিলে। সি সেই সময়তে দোষ স্বীকাৰ কৰি শাস্তিৰ পৰা মুক্ত হব পাৰিলেহেতেন।

পিচে সি কলে, "দেউতা আপুনি মালিক, আপুনি যি ইচ্ছা তাকে কৰক। পিচে মই হলে আম সৰোৱা নাই। আপুনিয়েই কওকচোন, ইমানদিন আপোনাৰ গোলামী কৰিলো আজিলৈকে এটা পাতো চুইছোনে ?"

ডক্টৰে—"তই শপত খাব পাৰিবি ?"

দুৰ্গা—"গঙ্গাজীৰ শপত যদি আমত হাত দিছো।"

ডক্টৰে কয়, "মোৰ এই শপতত বিশ্বাস নহয়। তই এটা ঘটিত পানী আন, তাত তুলসী পাত দে! তেতিয়া শপত খাই কব লাগিব যে যদি মই আম পাৰিছোঁ তেনে-হলে মোৰ ল'ৰা কামত নাহক। তেতিয়াহে মোৰ বিশ্বাস হব।"

দুৰ্গা,—"দেউতা সত্য কথাত যি শপত খাবলৈ কয় তাকে খাম। মই যেতিয়া এই কাম কৰা নাই তেন্তে শপতে মোৰ কি কৰিব পাৰে ?"

ডক্টৰ,—"আচ্ছা, বেচি কথা কব নেলাগে। পানী আনগৈ।"

ডক্টৰ মহোদয়ৰ মানৱ চৰিত্ৰ সম্পৰ্কে অভিজ্ঞতা যথেষ্ট আছিল। প্ৰায়েই অপৰাধীৰ সম্পৰ্কত লাগি আছিল। যদিও দুৰ্গাৰ মুখত ফাঁকি কথা ওলাইছিল কিন্তু তাৰ হৃদয়ত ভয়ত পেপুৱা লাগিছিল। সি তাৰ জুপুৰীটোলৈ আহিল। কিন্তু ঘটিত পানী ভৰাই আনিবলৈ তাৰ সাহস নহল। তাৰ হাত কঁপি উঠিল। এনেকুৱা কথা এটাও মনত পৰি গল তাৰ,

য'ত মিছা মাতি গঙ্গাৰ পানী উঠাওতে দেবীৰ কোপানলত পৰিছিল ।......

সি সিদ্ধান্ত কৰিলে যে মিছা কথাত পানী নুঠাওঁ । এইটো হব নোৱাৰে । কৈয়েই দিম সঁচা কথা । যাওক, চাকৰি যদি কৰবাত পাওঁ কৰিম, নহলে কুলি কামকে কৰিম । কোৰ মাৰিলেওতো আধাসেৰ আটা পাম ।...ইয়াকে ভাবি লৈ সি খালি হাতে ডক্টৰৰ এচৰত হাজিৰ হলহি ।

ডক্টৰ চাহাবে কঠোৰ সুৰত কলে "পানী আনিলি ?"

দুৰ্গা "দেউতা, মই পানী নুঠাওঁ ।"

ডক্টৰ "তেনেহলে তয়েই আম চুৰি কৰিছ, প্ৰমাণ হল ।"

দুৰ্গা "এতিয়া যি ভাবে ভাবিব পাৰে দেউতা । ধৰি লওক, ময়েই আম পাৰিছোঁ, আপোনাৰেইতো চাকৰ । দিনে ৰাতিয়ে কাম কৰো, ল'ৰা-ছোৱালী কিটাই আম লাগে বুলি কান্দে, কলেনো যাম ? এতিয়া কৈছো আগলৈ প্ৰাণ গলেও এনে দোষ আৰু নকৰো ।"

ডক্টৰ চাহাব ইমান উদাৰ নাছিল । তথাপি তেওঁ এই-টোৱেই ডাঙৰ উপকাৰ কৰিলে যে তাক পুলিচত নিদিলে আৰু হান্টাৰেৰেও তাক নোকোবালে, কাৰণ তাৰ এই ধাৰ্ম্মিক শ্ৰদ্ধা দেখি তেওঁৰ মন অলপ কুমলিছিল । ডক্টৰে তাক কামৰ পৰা তেতিয়াই বৰ্খাস্ত কৰিলে আৰু আধা মাহৰ দৰমহা জব্দ কৰি ৰাখিলে ।

(তিনি)

কেইমাহ মানৰ পাছৰ কথা। এদিন ডক্টৰ মেহুৰা প্ৰেম-শঙ্কৰ বাবুৰ বাগিচাখন চাবলৈ গৈছিল। লগতে কেইটামান ভাল ভাল কলম আনিম বুলিও ভাবি গৈছিল।

প্ৰেম শঙ্কৰৰো বাগিচাৰ প্ৰতি ৰাপ আছিল। এই ক্ষেত্ৰত দুয়ো সমান হলেও অন্য ক্ষেত্ৰত দুয়োৰো চৰিত্ৰ বেলেগ আছিল। প্ৰেম শঙ্কৰ আছিল সন্তোষীয়া, সৰল আৰু সহৃদয়তাপূৰ্ণ পুৰুষ। তেখেতে কেইবা বছৰো আমেৰিকাত থাকি কৃষি বিজ্ঞানৰ অধ্যয়ণ কৰিছিলগৈ। পিচত উভতি আহি সেই বৃত্তিটোকে জীৱিকাৰ আধাৰ কৰি লৈছিল। মানৱ চৰিত্ৰ আৰু বৰ্ত্তমান সামাজিক সংগঠনৰ বিষয়ে তেওঁৰ বিচাৰ বিচিত্ৰ আছিল। সেই কাৰণে চহৰৰ সভ্যলোক সকলে তেওঁক উপেক্ষা কৰিছিল আৰু তেওঁক গোঁৱাৰ বুলি ভাবিছিল। ইয়াত সন্দেহ নাই যে তেওঁৰ সিদ্ধান্তৰ প্ৰতি মানুহৰ এক প্ৰকাৰ দাৰ্শনিক সহানুভূতি আছিল। পিচে ইয়াৰ কাৰ্য্য-কাৰীতা সম্পৰ্কে তেওঁবিলাকৰ সন্দেহ আছিল। সংসাৰখন কৰ্ম্ম ক্ষেত্ৰ, মীমাংসা ক্ষেত্ৰ নহয়। এই সিদ্ধান্ত বা আদৰ্শ হৈয়ে ৰব। তেওঁৰ প্ৰত্যেক ঘটনাৰ লগত কোনো সম্বন্ধ নাই।

ডক্টৰ বাগিচালৈ সোমাই গৈয়েই দেখা পালে প্ৰেম শঙ্কৰে জাৰীৰে পানী দি আছে। কুঁৱাৰ পৰা এটা মানুহে খিয়দি পাইপৰে পানী উলিয়াই আছিল। মানুহটোক ডক্টৰে তৎক্ষণাৎ চিনি পালে। সিয়েই হৈছে দুৰ্গা মালি। ডক্টৰ

চাহাবৰ পেটে পেটে তাৰ প্ৰতি এটা ইৰ্ষা ভাৱ উপজিল। সি নৰাধমক দণ্ড দি তেওঁ খেদাই দিছিল সি চাকৰি কিয় পালে ? এই সময়ত যদি তেওঁ দুৰ্গাক ফটা-চিটা কাপোৰেৰে দুঃস্থ অৱস্থাত দেখিবলৈ পালেহেতেন, আৰু সিও যদি ডক্টৰক দেখিয়েই দৌৰি আহি ভৰিত ধৰিলেহিহেতেন তেতিয়া হয়তো ডক্টৰ চাহাবৰ তাৰ প্ৰতি অলপ দয়া হলহেতেন। তেওঁ সম্ভৱ তাক অলপ পুৰস্কাৰো দিলেহেতেন আৰু প্ৰেম শঙ্কৰৰ আগত তাক প্ৰশংসাও কৰিলে হয়। তেওঁৰ স্বভাৱত দয়া আছিল আৰু নিজৰ চাকৰৰ ওপৰত কৃপা দৃষ্টিও আছিল। কিন্তু তেওঁৰ এই কৃপা আৰু সেই দয়াত লেশ মাত্ৰও প্ৰভেদ নাছিল যিটো নিজৰ কুকুৰ ঘোঁৰাৰ ওপৰত হয়। এই কৃপাৰ আধাৰ ন্যায় নহয়, দীনপ-ালন।

দুৰ্গাইও তেওঁক দেখিলে আৰু সি তাৰ পৰাই পোন হৈ এটা নমস্কাৰ কৰি পুনৰ কামত ধৰে। তাৰ এই অভিমান দেখি ডক্টৰ চাহাবৰ হিয়াখন শেলে বিন্ধা দি বিন্ধিবলৈ ধৰিলে। তাক খেদি দিয়াত তাৰ যে উপকাৰহে হল এই কথাটো মনলৈ আহি তেওঁৰ নিজৰ ওপৰতে ভীষণ খং উঠিল। নিজৰ সহৃদয়তাৰ যি অহঙ্কাৰ আছিল সেইটোত তেওঁ বৰ আঘাত লাগিল।

প্ৰেম শঙ্কৰে যেতিয়া তেওঁৰ হাতত ধৰি বাগিচাখন দেখুৱাই লৈ ফুৰাবলৈ ধৰিলে তেতিয়া ডক্টৰ চাহাবে তেখেতক সুধিলে,—“এই মানুহটো আপোনাৰ লগত কেতিয়াৰ পৰা আছে ?”

“প্ৰায় ছয় সাতমাহ মানেই হল।”

ডক্টৰ "একো সন্দ্মাচী কৰা নাই নে? ই মোৰ ভাত মালি আছিল। ইয়াৰ বজ্জাতীত বিৰক্ত হৈ খেদাই দিলোঁ। কেতিয়াবা ফুলকে চিঙি নি বেচিবগৈ, কেতিয়াবা আকৌ গছৰ পুলিকে উঘালি লৈ যায় আৰু ফলৰ কথাতো সুধিবৰে নাই। সি থাকিলে মৰিব লাগিব বুজিছে! এবাৰ মই মোৰ বন্ধু সকলক নিমন্ত্ৰণ কৰিলোঁ। সেইবাৰ মালিহাবাদৰ পৰা অনা আম কিজোপা খুব লোমা-লেপমে লাগিছিল। যেতিয়া বন্ধু-বান্ধৱ আহিল, মযো লৈ গলো তেওঁবিলাকক আম দেখুৱা-বলৈ। কিন্তু গছত এটাও আম নাই! জানিছেই নহয় মোৰ অৱস্থা কেনেকুৱা হৈছিল। ইয়েই যে নিছে মই জানিছি-লোৱেই। সাংঘাটিক চয়তান মানুহ আৰু ইমান চালাক যে তাক ধৰা পেলোৱাও টান! চতুৰ উকীলেহে তাক ধৰিব পাৰিব। সি গোকাট মিছা কথাটোও যি সাজি-কাচি গঢ়ীনাই কব, আপুনিহে মুখ চাই বৈ যাব। কেতিয়াবা আপোনাকো ঠগত পেলোৱা নাই নে?"

প্ৰেম শঙ্কৰ—"ওঁহো, কেতিয়াও ঠগা নাই। মইও তাক চালাকি কৰিবৰ সুবিধাকে দিয়া নাই। ইয়াত সি খুব কাম কৰে; আনকি দুপৰীয়া সময়কণো সি জিৰণি নলয়। তাক মই ইমান বিশ্বাস কৰো, গোটেই বাগিচাখনকে তাৰ হাতত এৰি দিছোঁ। দিনটোত যিমান আমদানি হয় সন্ধ্যা সময়ত সি আহি মোক দি দিয়েহি, এটা পাইকো হীন-দেঢ়ি নকৰে।"

ডক্টৰ—"এইটোৱেইতো তাৰ চালাকি যে আপোনাৰ

বিপৰীতে কটাৰী ধৰাইছে আৰু আপোনাৰ খবৰেই নাই। আপুনি ইয়াক কিমান দৰ্ম্মহা দিয়ে?"

প্ৰেম শঙ্কৰ—"ইয়াত কাকো বেতন দিয়া নহয়। সকলো-বিলাক এই লাভৰেই অংশীদাৰ। মাহেকৰ মূৰত আৱশ্যকীয় ব্যয় হোৱাৰ পাচত যি ৰেহাই হয় তাৰ ১০৲ টকা হিচাপে প্ৰত্যেক ধৰ্ম্ম কামত দিয়া হয়। শেহৰ বাকী থকা খিনি সকলোকে সমানে ভগাই দিওঁ। আগৰ মাহত ১৪০৲ টকা আমদানী হৈছিল। ইয়াত মোৰে সৈতে সাতজন মানুহ। প্ৰত্যেকেই কুৰি টকাকৈ পাইছো। এইবাৰ সুমথিৰা টেঙা, মটৰ মাহ, বন্ধা কবি বেচ ভাল হৈছে। আমদানীৰ প্ৰত্যেকৰে ভাগত ৪০৲ টকাতকৈ কম নপৰিব কিজানি।"

ডক্টৰ মেহ্ৰাই আচৰিত হৈ সোধে—"এনেকৈ আপোনাৰ কাম চলেনে?"

প্ৰেম শঙ্কৰ,—"হয়, বেচ সহজেই চলে। মই এই মানুহ কিটাৰ দৰেই কাপোৰ পিন্ধো, সিহঁতৰ দৰেই খোৱা-বোৱা কৰো বেলেগ মোৰ একো নাই। ইয়াৰ পৰাই দুখীয়া-বিলাকৰ ঔষধৰ বাবে মাহে ২০৲ টকা দিওঁ। এই টকা সংযুক্ত টকাৰ পৰা পৃথক কৰি ৰাখো। তাত কোনেও আপত্তি নকৰে। এইখন যে চাইকেল দেখিছে ইয়াৰ পৰাই লৈছোঁ। আৱশ্যক হলে সকলোৱেই উঠি ফুৰিব পাৰে। ইহঁত বিলাকে মোক কাৰ্য্য-কুশলী বুলি ভাবে আৰু মোক খুব বিশ্বাস কৰে। আমি ভগৱানৰ বাক্য বুলি মানো। এই মহান পুৰুষ সকলে

এইটোৱেই মোৰ সুখ। যি পৰামৰ্শ দিওঁ তাকে মন-প্ৰাণ দি কৰে। নিজক কোনেও চাকৰ বুলি নাভাবে। সকলোৱেই শ্ৰমিক। গতিকে সিহঁতেও আনন্দ মনে মন-প্ৰাণ দি কাম কৰে। য'তেই মালিক থাকে, তাতেই চাকৰো থাকে; তাত যেনেকৈয়ে নহওক দুয়োৰো মাজত দ্বেষ ভাব উৎপন্ন হবই। মালিকে ভাবে, ইয়াৰ পৰা যিমান পাৰো কাম কৰাই লওঁ আৰু চাকৰেও কাম কৰিবৰ ইচ্ছা নকৰে। ইয়াত কাৰো স্নেহ আৰু সহানুভূতিৰ ভাব নাথাকে। ফলত দুয়োৰো স্বাৰ্থত দুয়ো লাহে লাহে শত্ৰু হৈ পৰে। এই প্ৰতিদ্বন্দিতাৰ কুপৰিণাম আপুনি আমি দেখিয়েই আছোঁ। বলী-নিৰ্ব্বলীৰ বেলেগ বেলেগ দল হব ধৰিছে আৰু সেয়েই তাত ঘোৰ সংগ্ৰাম চলিব ধৰিছে। কাল-চিহ্নৰ দ্বাৰা অনুভৱ হৈছে যে এই প্ৰতিদ্বন্দিতা অলপ দিনৰ হে আলহী হৈছে। ইয়াৰ ঠাইত এতিয়া সহ-যোগিতাৰ আগমণ হৈছেহি। মই অন্যান্য দেশৰ এই ঘাটক সংগ্ৰামৰ দৃশ্য দেখি তেওঁলোকলৈ ঘৃণা হৈছে। সহযোগিতাৰ দ্বাৰাইহে এই সঙ্কটৰ পৰা আমি মুক্ত হব পাৰিম।"

ডক্টৰ—"তেনেহলে এইটোৱেই কওক যে আপুনি চছি-য়েলিষ্ট।"

প্ৰেম শঙ্কৰ—"ওঁহো, মই কোনো চছিয়েলিষ্ট, ডেমক্ৰেট পাৰ্টি আদিৰ নহয়। কেৱল ন্যায় আৰু ধৰ্ম্মৰহে দীন সেৱক। মই নিস্বাৰ্থ সেৱাক বিদ্যাতকৈও শ্ৰেষ্ঠ বুলি ভাবো। মই নিজৰ আত্মিক শক্তিক, বুদ্ধি সামৰ্থ্যক ধন বৈভৱৰ গোলাম

হবলৈ নিদিওঁ। মোৰ বৰ্ত্তমান শিক্ষা আৰু সভ্যতাৰ ওপৰত বিশ্বাস নাই। বিদ্যাৰ ধৰ্ম্ম হৈছে আত্মিক উন্নতি আৰু আত্মিক উন্নতিৰ ফল হৈছে উদাৰতা, ত্যাগ, সদ্ইচ্ছা, সহানুভূতি, ন্যায়পৰতা আৰু দয়াশীলতা। যি শিক্ষাই আমাক নিৰ্ব্বলীৰ ওপৰত অত্যাচাৰ কৰিবলৈ শিকায়, ভোগ-বিলাসত ডুবুৱাই ৰাখে, যি তুৰ্ব্বলীৰ তেজ শুহি উন্নতি হবলৈহে শিকায় সেইয়া শিক্ষা বুলি কব নোৱাৰি, বিকৃতিহে। যদি মুৰ্খই ধনৰ প্ৰতি আশক্তি কৰে তেনেহলে ক্ষমা কৰিব পাৰি; কিন্তু বিদ্যা আৰু সভ্যতাৰ উপাসক স্বাৰ্থান্ধ হোৱাতো লজ্জাজনক। আমি বিদ্যা আৰু বুদ্ধি বলক বিভুতি শিখৰলৈ লৈ যোৱাৰ ৰাস্তা বনাইছোঁ। বাস্তৱতে সিয়েই প্ৰেম আৰু সেৱাৰ সাধনা আছিল। কিন্তু কি আচৰিত! বিচিত্ৰ অৱস্থা হৈছে এয়ে যে যিমানেই শিক্ষিত হৈছে মানুহ, সিমানেই স্বাৰ্থান্বেষী হৈ পৰিছে। প্ৰকৃততে ইয়েই যে আমাৰ বিদ্যা আৰু বুদ্ধি, উৎসাহ আৰু অনুৰাগক ধন-লিপ্সাই গ্ৰাস কৰি লৈছে। আমাৰ প্ৰফেচৰ চাহাবে এহেজাৰতকৈ কম বেতন পালেও তেওঁৰ মুৰ ওপৰ নুঠে। কিন্তু মন্ত্ৰী, অধ্যক্ষ সকলে তুই হাজাৰ পালেও ভাগ্যক দোষে। আৰু ডাক্তৰ সকলে বেমাৰী, লাগিলে মৰকেই বা হাজকেই কিন্তু ফিজ যাতে পোৱাত বাধা নপৰে তালৈহে লক্ষ্য। আৰু আমাৰ উকীল চাহাব, ক্ষমা কৰিব, ঈশ্বৰক মানি কয় যে ঈৰ্ষা আৰু দ্বেষৰ প্ৰকোপ বাঢ়ক, আৰু নিজে সোণৰে দুৱাৰ থিয় কৰো। সমস্তেই হৈছে ধন, এই বাক্যটো

হাজাৰ হাজাৰ গৰীবৰ জিৰীকা আত্মসাৎ কৰি আকৌ জাতিৰ ভক্ত বুলি দাবী কৰে। স্বজাতি প্ৰেমিক বলি নাগেৰা বজাই ফুৰে। তেওঁবিলাকৰ ব্যৱসায় বেলেগ। খাৱনতো গোফৰ ওপৰেদি তাপ দিয়ে। মই সমস্ত শিক্ষিত সম্প্ৰদায়ক কেৱল নিষ্কৰ্ম্মা বুলিয়েই নহয়, বৰং অনৰ্থ বুলি ভাবো।"

ডক্টৰ মেহ্ৰাই খুব ধৈৰ্য্য ধৰি সুধিলে, "তেন্তে আপুনি ইয়াকে ইচ্ছা কৰে যে আমি সকলোৱে মজদুৰী কৰিব লাগে?"

প্ৰেম শঙ্কৰ, "সেইটো নহয়, হলেতো সমগ্ৰ মনুষ্য জাতিৰেই উপকাৰ হব। মোৰ আপত্তিটো হৈছে সেই অৱস্থাতো এই অন্যায় পূৰ্ণ অসমতাৰ বাবে। যদি এজন মজদুৰে মাহে পাঁচ টকাৰে নিৰ্ব্বাহ কৰিব পাৰে তেনেহলে এজন মানসিক পৰিশ্ৰম কৰা লোকৰ কাৰণে তাতকৈ দুগুণ তিনিগুণ বেচি হব লাগে। কাৰণ—তেওঁলোকৰ অলপ উত্তম ভোজন, উত্তম বস্ত্ৰ আৰু সুখৰ আৱশ্যক আছে। পিচে পাঁচ টকা, পাঁচ হেজাৰৰ অস্বাভাৱিক অন্তৰ বা পাৰ্থক্য হব লাগে কিয়? আৰু এইটোৱেই নহয়, এই পাৰ্থক্যক আমাৰ সমাজে তিৰস্কাৰ নকৰে; বৰং প্ৰশংসাহে কৰে। শাসন, ওকালতি, চিকিৎসা বাণিজ্য, চিত্ৰ ৰচনা, সঙ্গীত আদি কৰি হাজাৰ প্ৰকাৰ কলাই শিক্ষিত সম্প্ৰদায়ৰ জীৱনৰ বৃত্তি হৈ আছে। পিচে ইয়াৰ পৰা ধনোপাৰ্জ্জন নকৰে, ইয়াৰ আধাৰ হৈছে অন্য কামানিৰ ওপৰত। মই একো বুজি নাপাওঁ যে যি উদ্যোগ ব্যৱসায়ে

জীৱনৰ সামগ্ৰী উৎপন্ন কৰে যাৰ ওপৰতে জীৱনৰ অৱলম্বন হৈছে, কিয় সিহঁতৰ ব্যৱসায় নীচ বুলি ভাবিব লাগে? যাৰ কাম কেৱল মনোৰঞ্জকেই নহয় ধনোপাৰ্জ্জনতো সহায়তা কৰে? যদি আজি গোটেই দেশৰ উকীল ওলাই যায়, গোটেই অধিকাৰী বৰ্গ লুপ্ত হৈ পৰে আৰু গোটেই মধ্যস্থ লোক সকল স্বৰ্গগামী হয় তথাপি সংসাৰৰ কাম চলিয়েই থাকিব। বৰং সহজ ভাবেহে চলিব। খেতিয়ক জীৱিত ৰব, তাঁতীয়ে কাপোৰ বৈ থাকিব, বাঢ়েয়ে লোহাৰ সজুলি গঢ়িব, ৰাজ্য, ধৰ্ম্ম পূৰ্ব্ববৎ ৰব। তেওঁলোকৰ পঞ্চায়তে মেল-মোকদ্দমাৰ মীমাংসা কৰিব। কিন্তু যদি খেতিয়ক নাথাকে তেনেহলে গোটেই দেশ ক্ষুধা-পীড়িত আতুৰ হৈ পৰিব। তথাপি খেতিয়কৰ বাবে পাঁচ টকাই বেচি বুলি ভাবে, অথচ উকীল চাহাব, ডাক্তৰ চাহাব সকলৰ কাৰণে পাঁচ হেজাৰো বেচি নহয়।"

ডক্টৰ, "আপুনি অৰ্থ শাস্ত্ৰৰ সেই মহত্বপূৰ্ণ সিদ্ধান্তক পাহৰি গৈছে, যাক শ্ৰম-বিভাজন (Division of labour) বুলি কয়। প্ৰকৃতিয়ে প্ৰাণীক ভিন্ন ভিন্ন শক্তি প্ৰদান কৰিছে আৰু তাৰ বিকাশৰ বাবে ভিন্ন ভিন্ন অৱস্থাৰো আৱশ্যক হৈছে।"

প্ৰেম শঙ্কৰ, "মইনো এইটো কেতিয়া কৈছো যে সকলোকে মজদুৰী কৰিবলৈ বাধ্য কৰাব লাগে। নহয়, যেনেকৈ পৰমাত্মাই বিচাৰ শক্তি দিছে,—এজনে শাস্ত্ৰৰ বিবেচনা কৰক। যি ভাবুক তেওঁ কাব্য ৰচনা কৰক, যি অন্যায়ক ঘৃণা কৰে তেওঁ ওকালতী কৰক। মোৰ কথাটো হৈছে কি, এই যে




ভিন ভিন কামৰ বাবে হলেও ইমান পাৰ্থক্য হব নালাগে। মানসিক আৰু উদ্যোগিক কামত ইমান ভেদ ন্যায়ৰ বিৰুদ্ধ। এই প্ৰকৃতিৰ নিয়মৰ প্ৰতিকূলে অনুভৱ হয় যে আৱশ্যক আৰু অনিবাৰ্য্য কাৰ্য্যৰ ওপৰত অনাৱশ্যক আৰু অনিবাৰ্য্যৰ কাৰ্য্য প্ৰাধান্য হওক। প্ৰায় সজ্জন সকলৰ মত হৈছে কি এই সাম্যবাদৰ দ্বাৰা গুণীলোক সকলৰ অনাদৰ হব আৰু সংসাৰত তেওঁবিলাকৰ সৎবিচাৰ আৰু সৎকাৰ্য্যৰ পৰা লাভ পাব নোৱাৰিব। কিন্তু তেওঁ বিলাকে পাহৰি যায় যে সংসাৰত অতি ডাঙৰতকৈও ডাঙৰ পণ্ডিত, কবি, আবিষ্কাৰক আৰু শিক্ষক আছে যি ধন আৰু প্ৰভুত্ব লোভৰ পৰা মুক্ত আছিল। আমাৰ অস্বাভাৱিক জীৱনৰ এটা কু পৰিণাম হৈছে এইটোৱেই যে আমি বলৰে কবি আৰু শিক্ষক হওঁ। সংসাৰত আজি অগণন লিখক আৰু কবি, উকীল আৰু শিক্ষক উপস্থিত আছে। এই সকলো বিলাকেই পৃথিবীৰ ওপৰত হৈ আছে। যেতিয়া তেওঁবিলাকে বুজি লব যে এই দিব্য কলা বিলাকত একো লাভ নাই, তেতিয়া তেওঁই কবি হব যি কবি হব লাগে। মুঠতে কবলৈ গলে এইটোৱেই যে ধনৰ প্ৰাধান্যই আমাৰ সমাজখন ওলট-পালট কৰি দিছে।”

ডক্টৰ মেহ্‌ৰা অধিৰ হৈ পৰিছিল। তেওঁ কলে, “মহাশয় সমাজ সংগঠনত এই ৰূপ দেবলোকত লাগিলে উপযুক্তই হওক ভৌতিক সংসাৰৰ কাৰণে আৰু এই ভৌতিক কালত এইবোৰ কেতিয়াও উপযোগী হব নোৱাৰে।”

প্ৰেম শঙ্কৰ, "এই কাৰণেইতো এতিয়ালৈকে ধনীলোকৰ, জমিদাৰৰ আৰু শিক্ষিত সম্প্ৰদায়ৰ প্ৰভুত্ব জমা হৈ আছে। পিচে ইয়াৰ আগেয়েও কেইবাবাৰো এই প্ৰভুত্বত ঠেকা লাগিছিল। এইটো অনুভৱ হয় যে ই ভৱিষ্যতলৈ পৰাজিত হ'ব। কেতিয়াবালৈ ই এনেকৈয়ে নিৰ্ণয় হ'ব। সমাজৰ চক্ৰ সাম্যবাদৰ পৰা আৰম্ভ হৈ পুনৰ সাম্যতে সমাপ্ত হ'ব। একাধিপত্য, ধনীৰ প্ৰভুত্ব আৰু বাণিজ্য প্ৰাবল্য মধ্যবৰ্ত্তী অৱস্থা মাথোন। বৰ্ত্তমান চক্ৰই মধ্যবৰ্ত্তী অৱস্থাক ভোগ কৰি লৈছে আৰু সি শেষ স্থানৰ ওচৰলৈ আহি গৈ আছে। কিন্তু আমাৰ চকুক অধিকাৰ আৰু প্ৰভুত্বই এনে ভাবে মোহাবিষ্ট কৰি ৰাখিছে যে আমি আগলৈ পিছলৈ একো নাভাবো। চাৰিওফালে জনতাবাদৰ চিঞৰ-বাখৰ আমাৰ কাণত আহি পৰিছে। তথাপি আমি এনেকৈ নিশ্চিন্ত ভাবে আছোঁ যেন সেইয়া মেঘৰ গাজনিহে। আমি এতিয়ালৈকে সেই বিদ্যা আৰু কলাতেই লীণ হৈ আছো যাৰ আশ্ৰয় অন্যৰ মেহনতত। আমাৰ বিদ্যালয় বিলাকৰ সংখ্যা বাঢ়ি উঠিছে, উকীল থানাত ভৰি দিবৰ ঠাই নোহোৱা হৈছে, গলিয়ে গলিয়ে ফটো ষ্টুডিঅ' খোলা হৈছে। ডাক্তৰ কবিৰাজৰ সংখ্যা বেমাৰীতকৈও বেচি হৈ আহিছে। তথাপি আমাৰ চকু এতিয়াও খোল খোৱা নাই। আমি এই অস্বাভাৱিক জীৱন, এই সভ্যতাৰ নিয়মৰ পৰা আতৰি আহিবৰ চেষ্টা কৰা নাই। আমি চহৰ বিলাকত কাৰখানা খুলি ফুৰিছোঁ এই কাৰণে যে মজদুৰৰ মেহনতৰ

পৰা শকত হওঁ। ত্ৰিশ, চল্লিশ, লাখ টকাৰ লাভৰ কল্পনাত আনন্দত অধীৰ হৈ উঠোঁ। তথাপি আজিলৈকে এইটো দেখা পোৱা নাই যে কোনো শিক্ষিত সজ্জন লোকে ডাঁত বোৱা বা হাল বোৱা কাম আৰম্ভ কৰিছে। যদি কোনোৱে দুৰ্ভাগ্যবশতঃ কৰিব লগাতো পৰে, তেনেহলে সকলোৱেই তেওঁক ঠাট্টা-মস্কৰাহে কৰিব। আমি এনে মানুহকে মান-প্ৰতিষ্ঠাৰ যোগ্যলোক বুলি ভাবিম যিজনেই গাদীত আৰামী বৰ গাৰুত হেলন দি হাত ভৰি লৰ্ চৰ্ নকৰাকৈ বহি সুদ ঘাটি বিশিষ্ট হৈ থাকিব।”....

এই বিলাক কথা-বতৰা হৈ থাকোতেই দুৰ্গা মালীয়ে এখন ডলাত ফুল কৰি, মধুৰী আম আৰু মটৰ মাহ আদি সজাই আনি ডক্টৰ চাহাবৰ সমুখত থয়হি। তাৰ চকুৱে-মুখে এটা আত্ম-গৌৰৱৰ ভাব যেন তাৰ আত্মাহে জাগৃত হৈ পৰিছে। সি ডক্টৰ চাহাবৰ ওচৰত মূঢ়া এটা পাৰি বহিল আৰু তাৰ পাচত কলে,—“দেউতাক কেনেকুৱা কলম লাগে? আপুনি আমাৰ বাবুৰ কাগজ এখনতে নাম কিটা লিখি দিয়ক। মই কালিলৈ আপোনাৰ ভাত দি থৈ আহিমগৈ। আপোনাৰ ল’ৰা-ছোৱালী কেইটি ভালেই আছে নহয়?”

ডক্টৰ চাহাবে সংকোচ ভাবেৰে কলে,—“অঁ’ লৰা-ছোৱালী-কিটা ভালেই আছে। তই ইয়াত ভালে আছ নহয়?”

দুৰ্গা—“হয় দেউতা, আপোনালোকৰ কৃপাত বেচ সুখতেই আছো।”

ডক্টৰ চাহাব যাবলৈ উঠিল। তেওঁক বিদায় দিবৰ বাবে প্ৰেম শঙ্কৰো লগে লগে গেটৰ মুখলৈকে আহে। ডক্টৰ চাহাবে মটৰত বহি লৈ প্ৰেম শঙ্কৰৰ ফালে চাই মিচিকিয়াই কয়, "মই আপোনাৰ কথাত পতিয়ন যোৱা নাই। কিন্তু এইটো হলে সন্দেহ নকৰো যে আপুনি এটা পশুক মানুহ কৰি পেলাইছে। এইটো আপোনাৰ সৎসঙ্গৰে ফল। কিন্তু ক্ষমা কৰিব, মই আকৌ কৈছোঁ। আপুনি ইয়াৰ বাবেঁ সতৰ্ক হৈ থাকিব। প্ৰজনন শাস্ত্ৰই এতিয়ালৈকে কোনো এনেকুৱা প্ৰয়োগৰ আৱিষ্কাৰ কৰিব নোৱাৰিলে যি জন্ম সংস্কাৰক নোহোৱা কৰিব পাৰিছে।"



# ভীষণ-সমস্যা

মোৰ অফিচত চাৰিটা চাপ্ৰাচী আছিল। তাৰে এটাৰ নাম আছিল দুখীয়া। বেচ চাদা-চিধা, বৰ আজ্ঞাধীন, নিজৰ কামত বৰ সাৱধান হৈ চলে। গালি-শপনি খালেও মনে মনে থাকে। নাম অনুযায়ী গুণৰ মানুহ আছিল সি। মোৰ এই অফিচলৈ অহা এবছৰেই হৈ গৈছিল। কিন্তু মই তাক এদিনলৈকো অনুপস্থিত থকা নেদেখিলো। মই তাক ন বজাত অফিচৰ ফটা সতৰঞ্চি এখনৰ ওপৰতে বহি থকা দেখা পাওঁতে পাওঁতে এনে অভ্যাস হৈ গৈছিল যেন সিও এই ঘৰটোৰ এটা অঙ্গহে। ইমান সৰল আছিল যে কাৰো লগত তৰ্কাতৰ্কিও কৰিব নেজানিছিল। এটা চাপ্ৰাচী মুছলমান আছিল। তালৈ অফিচৰ সকলোৱে ভয় কৰিছিল। বুজা নাছিলো কিয় ভয় কৰিছিল? মই কেৱল তাৰ ৰৰ ৰৰ কথাৰ বাহিৰে অন্য একো কাৰণ নাজানিছিলোঁ। তাৰ কথা মতে তাৰ খুৰাৱক এজন ৰামপুৰ দেশীয় ৰাজ্যৰ কটোৱাল আছিল। তাক সৰ্ব্বসম্মতিক্ৰমে কাজী উপাধি দিছিল। আৰু বাকী দুটা চাপ্ৰাচী আছিল

মহাশয় জাতীয় ব্ৰাহ্মণ। সিহঁতৰ দুটাৰ আশীৰ্ব্বাদৰ মূল্যই কামতকৈ অধিক আছিল। এই তিনিওটা এলেহুৱা আৰু অশিষ্ট আছিল।

কোনো এটা সৰু কাম কৰিবলৈ দিলেও সিহঁতে নাক-মুখ নোকোচোৱাকৈ নকৰিছিল। কেৰাণীকতো সিহঁতে পৰোৱাই নকৰে। কেৱল বৰ বাবুলৈ অলপ ভয় কৰিছিল; যদিও কেতিয়াবা কেতিয়াবা তেওঁকো অশিষ্টাচাৰ নকৰাকৈ নেৰিছিল।

কিন্তু এই সকলো দুৰ্গুণ থাকিলেও সিহঁতৰ কাৰো মাটি ইমান বেয়া নাছিল যিমান আছিল বেচেৰা দুখীয়াৰ। উন্নতিৰ অৱসৰ পালেও এই তিনি নম্বৰে ফাঁক মাৰি লৈ যায় দুখীয়াক কোনেও নোপোচেই। আৰু সকলোৱে দহ টকা পালে বেচেৰাৰ সাত টকাহে মিলে। পুৱাৰ পৰা সন্ধ্যালৈকে তাৰ ভৰি কষ্টেকলৈকো থিৰেৰে থাকিব নাপাইছিল। তাৰ উপৰি তিনিওটা চাপ্ৰাচীয়ে তাৰ ওপৰত মহ-ভালী দেখুৱাই আৰু উপকৰা আমদানিৰ অলপো ভাগ নিদিছিল। ইফালে অফিচৰ কেৰাণীৰ পৰা বৰ বাবুলৈকে সকলোৱে তাক জুলুম কৰিছিল। কেইবাবাৰো তাক জৰিমনাও কৰিছিল। দাবি-ঢমকি আদিতো নিত্তনৈমিত্তিক তাৰ কপালত আছিল। ইয়াৰ ৰহস্য মই একো বুজি পোৱা নাছিলো। মোৰ তাৰ প্ৰতি দয়া হয়। মই মোৰ ব্যৱহাৰতো দেখুৱাও যে মোৰ মৰম এই তিনিওটা চাপ্ৰাচীতকৈ

তাৰ প্ৰতি কম নহয়। আনকি তাৰ কাৰণে কেবাদিনো কৰ্ম্মচাৰী বিলাকৰ লগত মোৰ ধকা-খুন্দাও লাগিছিল।

(খ)

এদিন বৰ বাবুৱে ঢুখীয়াক তেওঁৰ মেজ চাফা কৰিবলৈ দিলে। সিও তৎক্ষণাৎ মেজ চাফা কৰাত লাগি গল। দৈবযোগত ঝাকুটোত লাগি কেনেবাকৈ দোৱাতটো উবুৰি খাই পৰিল আৰু চিয়াঁহীবোৰ বিয়পি গল। বৰ বাবুৱে দেখিয়েই খঙত একো নাই হল। তাৰ দুয়োখন কাণ জোৰেৰে মোহাৰি দিলে আৰু ভাৰতত যিমানবোৰ প্ৰচলিত ভাষা আছে তেওঁ তাক শুনাব ধৰিলে। বেচেৰা ঢুখীয়াই চকুত চকুলো লৈ চুপ্‌চাপ্‌, মূৰ্ত্তিমান যেন হৈ শুনি আছিল যেন তাক হত্যাহে কৰি পেলাইছে। মোৰ কিন্তু এটা সাধাৰণ কথাতে বৰ বাবুৰ এই ৰুদ্ৰৰূপ ধাৰণ কৰাত ভাল নালাগিল। অন্য এটা চাপ্ৰাচীয়ে ইয়াতকৈ ডাঙৰ অপৰাধ কৰা হলেও ইমান কঠোৰ শাস্তি নাথালেহেতেন। মই ইংৰাজীতে কলো, "বাবু চাহেব ইটো অন্যায় জানি শুনি কৰা বুলি কৰা নাই। তাৰ বাবে ইয়াক ইমান কঠোৰ দণ্ড দিয়াতো ঔচিত্যৰ সীমা পাৰ হৈ গৈছে।"

বৰ বাবুৱে নম্ৰভাবে কলে, "আপুনি ইয়াক নাজানে, ই বৰ ঢুষ্ট।—"

"মইতো তাৰ ঢুষ্টালি একো দেখা নাই।"

"আপুনি ইয়াক এতিয়াও চিনি পোৱা নাই। ই বৰ পাঁজী। ইয়াৰ ঘৰত তুহালৰ খেতি হয়, বহুতৰ লগত লেন্‌দেন্ কৰে। কেইটামান ম'হো আছে। ইমান বিলাক সমন্ধ তাৰ—"

"ঘৰৰ যদি অৱস্থা ভালেই হয় তেনেহলে ইয়াত চাপ্রাচী কৰিবলৈ আহিব কিয়?"

বৰ বাবুৱে গম্ভীৰ হৈ কলে, "বিশ্বাস কৰক, বৰ টান মানুহ আৰু কথা চহকী।"

"যদি এইটোৱেই হয় তেনেহলে একো অপৰাধ নহয়।"

"আপুনি আৰু তুদিনমান থাকক, তেতিয়া আপুনি নিজেই বুজিব পাৰিব ই কিমান পানীৰ মাছ!"

এনেতে এজন অন্য মহাশয়ে কৈ উঠিল, "ভাই চাহেব, ইয়াৰ ঘৰত এমোণ গাখীৰ ওলায়। মোণে মোণে ধান, বুট, মটৰমাহ হয়; কিন্তু ইয়াৰ ইমান সাহ নহয় যে অলপ অচৰপ অফিচাৰ সকলকো দিওঁ। সি ইয়াত বস্তুৰ কাৰণেই দয়ালু হৈ আছে। তেনেহলে আমি কিয় নজ্জলিম আৰু এই সকলো বিলাক এই চাকৰিৰ বাবেই হৈছে। নহলে ইয়াৰ আগেয়ে টকা-পইচাৰ সৌভাগ্যই নাছিল।"

বৰবাবুৱে সংকুচিত ভাবে কলে "এইটো একো কথা নহয়, তাৰ বস্তু ইচ্ছা হয় দিয়ক বা নিদিয়ক।"

মইও ইয়াৰ মৰ্ম্ম অলপ অচৰপ বুজি উঠো। কলো,

"যদি ই তেনে ঠেকমনৰ হয় তেনেহলে ইটো বাস্তবিকতে পশু। মইতো নাজানিছিলোঁ।"

এতিয়া বৰবাবুও মুকলি হৈ পৰিল, সংকোচ দূৰ হল। তেওঁ কলে, "এই কথা বোৰতেতো উদ্ধাৰ নহয়, কেৱল দিয়া জনৰ সহৃদয়তাৰ প্ৰকাশ পায়। আচলতে যোগ্য জনৰ পৰাহে আশাও কৰা হয়। যাৰ সামৰ্থ্য নাই, তাৰ পৰা আশা কৰাও নাযায়। দাল-দুৰিদ্ৰৰ পৰা কোনে কি লব?" ৰহস্য ওলাই পৰিল। বৰবাবুৱে সৰল কথা বিতংকৈ প্ৰকাশ কৰি দিলে। সমৃদ্ধিৰ শত্ৰু সকলোৱেই হয়। সকলোৱেই নহয় ডাঙৰো। আমাৰ শহুৰ বা মোমাইহঁতৰ ঘৰ দুখীয়া হলে আমি একো আশা নাৰাখো। হয়তো কেতিয়াবা পাহৰিয়েই যাওঁ। কিন্তু তেওঁবিলাক যদি সামৰ্থ্যবান হয়, যদি আমাক নাচায় আমাৰ ঘৰলৈ তিনি চাৰি কিবা নপঠায় তেতিয়া হলে আমাৰ হৃদয়ত বৰ আঘাত লাগিব।

আমি যদি কোনো দৰিদ্ৰ বন্ধুৰ ঘৰলৈ যাওঁ তাত তামোল এখন খাইও সন্তুষ্ট হওঁ। কিন্তু পিচে এনেকুৱা কোন মানুহ আছে যি জনে ধনী বন্ধুৰ ঘৰৰ পৰা বিনা জলপানে উভতি আহি সদায় তেওঁক তিৰস্কাৰ নকৰিব? সুদামা যদি কৃষ্ণৰ ঘৰৰ পৰা সুদা মুখে আহিলহেতেন তেতিয়া হয়তো শিশুপাল জৰাসন্ধতকৈও ডাঙৰ শত্ৰু হৈ পৰিলহেতেন।

(গ)

কেইবাদিনৰ পাচত এদিন দুখীয়াক মই সুধিলো—

"কিহে তোমাৰ ঘৰত খেতি বাতি হৈছে নেকি ?"

দুখীয়াই নম্ৰ হৈ কয় "হয় মহাশয়, খেতি হৈছে। নিজৰ দুটা চাকৰ আছে সিহঁতেই কৰে।"

মই সুধিলো, "গৰু ম'হো আছে নেকি ?"

"হয় হজুৰ, দুটা ম'হ আছে। গাইজনী এতিয়া গাভিনী হৈছে। আপোনালোকৰ কৃপাত পেটৰ খজুৰতি মাৰিব পাৰিছোঁ।"

"অফিচৰ বাবু সকলক কেতিয়াবা কিবা খাতিৰ কৰিছানে নাই ?"

দুখীয়াই দীনভাবে বিস্মিত হৈ কলে "হজুৰ, মই ৰজা লোক-সকলক কি খাতিৰ কৰিব পাৰো ? খেতিৰ বুট, মাকৈ, মাহঁ-পাতৰ বাহিৰে তো একো নাই। আপোনালোক ৰজা, এই সৰু সুৰা বস্তু বিলাক কোন খন মুখেৰে ভেতি দিওঁহি। ভয় লাগে ক'ৰবাত কোনোবাই কয় বোলে ডাঙৰ লোক সকললৈ তাৰ ইমান সাহ ! এই ভয়তে হজুৰ এইবোৰত লগা নাই। নহলে গাখীৰ দৈৰ কি আকাল লাগিছে ! মানুহ চাইহে বস্তু দিব পাৰি !"

"বাৰু এদিন অলপ কিছু আনিয়েই চোঁৱাচোন, তেতিয়া চাবা মানুহে কি কয় ! চহৰত এইবোৰ বস্তু ক'ত পাব ? এওঁবিলাকেও কেতিয়াবা কেতিয়াবা যি সি বস্তুৰেই চলাই দিয়ে।"

"যদি হজুৰ কোনোবাই কিবা কয় ? কোনোবাই যদি

চাহাবৰ মোৰ উপলুঙাৰ কথা কয়গৈ তেতিয়া হলে ক'তো থাকিব নোৱাৰিম।"

"সেইটো ভাৰ মোৰ ওপৰত থাকিল ; তোমাক কোনেও একো নকয়। কোনোবাই যদি কিবা কয়ো মই বুজাই দিম বাৰু!"

"হুজুৰ, এই বতৰতো মটৰ-মাহ আৰু শাকৰ বাহিৰে একো পোৱা নাযায়।"

"আচ্ছা যি হৈছে তাকে লৈ আনিবা।"

"কেনেবাকৈ যদি বাগৰি পৰিব লগীয়া হয় আপুনি চম্ভালিব লাগিব।"

"ওঁ, কৈছোৱেই নহয়, মই চাম বুলি।"

পিচদিনা দুখীয়া আহিল ; লগতে তিনিটা শকত-আৱত ডেকাকো লৈ আহিল। দুটাৰ মূৰত দুটা পাচি আছিল, তাত মটৰ মাহ ভৰাই আনিছিল, এটাৰ মূৰৰ ওপৰত এটা মাটিৰ কলহ আছিল, তাত আছিল কুঁহিয়াৰৰ ৰস। তিনিওটা ডেকাৰ কাষলতিৰ তলত আছিল তিনি বোজা কুঁহিয়াৰ। দুখীয়াই মনে মনে বাবাগুাৰ ওচৰতে থকা এজোপা গছৰ তলত থিয় হলহি। অফিচলৈ আহিবলৈ তাৰ সাহস নহল, যেন সি এটা অপৰাধীহে। গছৰ তলত থিয় হৈছিলহিহে এনেতে চাপ্ৰাচী আৰু অন্যান্য কৰ্ম্মচাৰী সকল আহি তাক ঘেৰি ললেহি। কোনোবাই কুঁহিয়াৰকে লৈ চুহিব ধৰিলে। কেইটামান খৰাহীৰ ওপৰতে জপিয়াই

পৰিল। এনেতে বৰবাবুও অফিচলৈ আহিল। এইবোৰ কাণ্ড দেখি চিঞৰি কবলৈ ধৰিলে, "ইয়াত ইমান ভীৰ হৈছে কিয়? বলা নিজৰ নিজৰ কামলৈ।"

মই গৈ তেওঁৰ কাণে কাণে কলো "দুখীয়াই তাৰ ঘৰৰ পৰা এইবোৰ ভেঁটী আনিছে। অলপ আপুনি ৰাখক, অলপ আমাক ভগাই দিয়ক।" বৰবাবুৱে কৃত্ৰিম খং দেখুৱাই কলে, "কি অ' দুখীয়া, তই এইবোৰ কিয় আনিলি? এতিয়াই ওভোতাই নে নহলে মই চাহাবৰ আগত কৈ দিম গৈ। তই আমাক খাবলৈ নোপোৱা বুলি ভাবিচনে-কি?"

দুখীয়াৰ মুখৰ ৰং সলনি হৈ গল। থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে সি। মুখৰ পৰা এটাও শব্দ নোলাল। মোৰ ফালে অপৰাধীৰ দৃষ্টিৰে চাবলৈ ধৰিলে।

মই তাৰ ফালৰ পৰা ক্ষমা-প্ৰাৰ্থনা খুজিলো। বহুত কোৱা-মেলা কৰাত যেনিবা বাবু চাহাব ৰাজী হলগৈ। সকলো বস্তুৰে আধা ভাগ নিজৰ ঘৰলৈ পঠাই দি আধা খিনি আন কেইজনক ভগাই দিলে। এই দৰেই এই অভিনয় সমাপ্ত হল।

(খ)

এতিয়া দুখীয়াৰ অফিচত নাম হবলৈ ধৰিলে। এতিয়া সি আৰু সদায় চমকি, গালি-গালাজ শুনিব নলগা হল। গোটেই দিনটো শাঁত নোহোৱাকৈ কামত ঘূৰি ফুৰিবও

নালাগে। কৰ্ম্মচাৰী বিলাকৰ ঠাট্টা-ইতিকিং আৰু সহচৰ ইতৰ কটু কথা শুনাৰ পৰাও ৰক্ষা পৰিল। অন্যান্য চাপ্ৰাচী বিলাকেই তাৰ কামবোৰ কৰি দিয়ে। তাৰ নাম-টোও এতিয়া অলপ সলনি হল। সি দুখীয়াৰ পৰা দুখীয়া দাস হল। স্বভাৱো তাৰ অলপ পৰিবৰ্ত্তন হল। দীনতাৰ ঠাইত গৌৰৱ উদ্ভৱ হয়। তৎপৰতাৰ ঠাইত এলাহে ঠাই ললে। এতিয়া কেতিয়াবা কেতিয়াবা অফিচলৈকো দেৰিকৈ অহা হল। কেতিয়াবা আকৌ বেমাৰৰ ভাও ধৰি ঘৰতে বহি থাকে। এতিয়া তাৰ সকলো দোষ ক্ষমাই হল। সি আজি কালি পাঁচ দিনে দহ দিনে বৰবাবুলৈ দৈ-গাখীৰ আদি ভেটী লৈ আহে। সি এতিয়া দেৱতাক কেনেকৈ সন্তুষ্ট কৰিব লাগে তাক জানি ললে। সৰলতাৰ বদলি সি এতিয়া টেঙৰ হৈ পৰিল।

এদিন বৰবাবুৱে তাক চৰকাৰী ফৰ্ম্মৰ পেকেট এটা আনিবৰ বাবে ষ্টেচনলৈ পঠালে। পেকেট ডাঙৰ হোৱাত সি ঠেলা গাড়ী এখনতে লৈ আহিল। দুখীয়াই গাড়ীৱালাটোক বাৰ অনাত বন্দৱস্ত কৰি আনিছিল। যেতিয়া পেকেট লৈ দুখীয়া অফিচ পালেহি তেতিয়া সি বৰবাবুৰ পৰা বাৰ অনা পইচা গাড়ীৱালাটোৰ বাবে আদায় কৰি ললে। কিন্তু অফিচৰ পৰা অলপ দূৰ যাওঁতেই তাৰ মনো পৰিবৰ্ত্তন হল। সি গাড়ী-ৱালাক পইচা দিব খুজিলে, কিন্তু গাড়ীৱালা মান্তি নহল। ইয়াতে দুখীয়াৰো খং উঠি আটাইখিনি পইচা জেপত ভৰাই

থলে আৰু তাক চমক্ দি কলে, "এতিয়া তোক ফুটা-কড়ি এটাও নিদিওঁ। যা য'তে ইচ্ছা গোচৰ দেগৈ। চাওঁ তই কি কৰিব পাৰ!" গাড়ীৱালাই দেখিলে যে ভেটী নিদিলে মূলৰো যাব এতিয়া। গতিকে কান্দি-কাতি চাৰি অনা দুখীয়াক এৰি দিবলৈ ৰাজী হল। দুখীয়াই গাড়ীৱালাটোক আঠ অনা দি প্ৰমাণ দিবৰ বাবে বাৰ অনাৰ ৰচিদ লিখাই তাৰ টিপচহী ললে আৰু ৰচিদ নি অফিচত উপস্থিত হলহি।

এই কৌতুহলবোৰ দেখি মই বিস্মিত হৈ পৰিলো। এইটোৱেই সেই দুখীয়া যি কেইমাহ মানৰ আগতে সত্য আৰু দীনতাৰ মূৰ্ত্তি আছিল, সি কেতিয়াও অন্য চাপ্ৰাচীৰ পৰাও প্ৰাপ্য খিনি খুজিবলৈকো সাহস নকৰিছিল। তাৰ স্বভাৱান্তৰ দেখা পাই মোৰ অনুতাপ হল। ইয়াৰ বাবে মূলতে কোন দায়ী আছিল? মই আছিলো। তাক ধূৰ্ত্ততাৰ পাঠ প্ৰথমে ময়ে পঢ়ালো। মোৰ মনতে প্ৰশ্ন হল, এই টেঙৰালী যি অন্যৰ ডিঙিত টেটু চেপা দিয়ে তেনেহলে সবলভাবে অন্যৰ গালি শুনি থকাতোনো কি বেয়াতো আছিল? সেইটোৱেই আছিল অশুভ মুহূৰ্ত্ত যেতিয়াই মই তাক প্ৰতিষ্ঠা প্ৰাপ্তিৰ ৰাস্তা দেখুৱালো। কিয়নো সেইটোৱেই আছিল তাক ধ্বংস কৰাৰ ভয়ঙ্কৰ মাৰ্গ। মই ব্ৰাহ্ম প্ৰতিষ্ঠাৰ ওপৰত তাক আত্ম প্ৰতিষ্ঠাৰ বলিদান দিলোঁ।

---

# বিধ্বংস

বানাৰস জিলাত বিৰা নামে এখন গাওঁ আছিল। তাতে ভুনগী নামে এজনী বিধবা সন্তানহীনা নিৰাশ্ৰয়া বুঢ়ী আছিল। তাই ঘুৰিবলৈ বা থিয় হবলৈকো এডোখৰ মাটি নাছিল। ঘৰটো নায়েই। তাইৰ জীৱনৰ সহায় বুলিবলৈ এটা ৰন্ধা-পাত্ৰ আছিল। গাৱঁৰ মানুহে এটা সৰ্ত্তত তাইক এবেলা খুৱাইছিল। সেই কাৰণেই ভুনগীৰ চৌকাৰ ওচৰত সদায় ভীৰ হৈ আছিল। ধান-চাউল ভাজি যি পাই তাকে খাই লৈ চৌকাটোৰ ওচৰতে জুপুৰী এটাৰ কাষত পৰি থাকে। তাই খুব পুৱাতে উঠে আৰু ওচৰে-পাজৰে পৰি থকা শুকান ডাল-পাত বুটলি আনে ধান-চাউল ভাজিবৰ বাবে। চৌকাৰ ওচৰত শুকান ডাল-পাত দ'ম হৈ থাকে। দুপৰৰ পাচত তাইৰ চৌকা জ্বলে।

কিন্তু একাদশী বা পূৰ্ণিমাৰ দিনা প্ৰথানুসাৰে তাইৰ চৌকা নজ্বলিছিল। গাৱঁৰ জমিদাৰ পণ্ডিত উদয়ভানু পাণ্ডেৰ ধান ভাজিব লগা হলেও তাই ভোকতে শুই থাকিব লগাত

পৰিছিল। পণ্ডিতজীয়ে বিনা পৰিশ্ৰমিকেই যে তাইৰ হতুৱাই ধান ভজাইছিল এনে নহয় তাইৰ হতুৱাই ঘৰলৈ পানী-তুনিও কঢ়িয়াইছিল।

তাৰ কাৰণে তাই মাজে মাজে চৌকাও বন্ধ কৰি থব লগা হৈছিল। তাই পণ্ডিতৰ গাৱঁতে আছিল। গতিকে বিনা পাৰিশ্ৰমিকৰে তাইৰ পৰা কাম আদায় কৰিবলৈ তেওঁৰ অধিকাৰ আছিল। ইয়াক অন্যায় বুলি কব নোৱাৰি। অন্যায় কেৱল ইমানেই আছিল যে নিৰ্দ্দয় ভাবে পাৰিশ্ৰমিক বন্ধ কৰিছিল। তেওঁৰ ধাৰণা আছিল যে যেতিয়া থাকিবলৈ দিছোঁ পইচা দিব লাগে কিয়? খেতিয়ক বিলাকৰ পূৰা অধিকাৰ আছে যে গৰুৰে দিনটো হাল বাই সন্ধিয়া হলে খুটাটোত ভোকত থাকিলেও বান্ধি থয়। যদি তেওঁলোকে এইটো নকৰে সেইটো তেওঁৰ দয়া-ধৰ্ম্ম নহয়। পণ্ডিতজীৰো তাইৰ প্ৰতি বৰ চিন্তা নাছিল। কিয়নো এজনী ভুনগীয়ে দুই এদিন নাখাই থাকিলে মৰিব নোৱাৰে। আৰু দৈৱ্য-যোগত যদি মৰেও তেনেহলে তাৰ ঠাইত অইন এজনী নিৰাশ্ৰয়াক অনায়াসেই থব পাৰিব। পণ্ডিতৰ এইটো জানো কম কৃপা যে তেওঁৰ গাৱত এজনী ভুনগী জীয়াই আছে।

(২)

চ'ত মাহ। সংক্ৰান্তিৰ পৰ্ব্ব। আজি দিনটোত নতুন শস্যৰ চাতুগুৰি খায় আৰু দান দিয়ে। ঘৰত চৌকা নজ্বলে। ভুনগীৰ চৌকাটো আজি খুব খৰকৈ চলিছে। তাইৰ সন্মুখত

এখন মেলা যেন হৈছিল। উশাহ লবলৈকো তাই সময় পোৱা নাছিল। গ্ৰাহকৰ ততাতৈয়াবোৰ দেখি তাই বিৰক্ত হৈ পৰিছিল।

ঠিক এনেতে জমিদাৰৰ ঘৰৰ পৰা দুটা ডাঙৰ খৰাহীত এদ'মকৈ শস্য ভৰাই লৈ দুটা মানুহ আহি তাইৰ ওচৰত হাজিৰ হলহি।

সিহঁতে হুকুম দিলে,—"এতিয়াই ভাজি দে ভুনগী!"

ভুনগীয়ে পাচী দুটা দেখিয়েই ভয় খাই গল। সময় আৰু দুই প্ৰহৰহে আছে। সূৰ্য্যাস্তৰ আগে আগেই ইমান-খিনি ভাজি দিয়াতো অসম্ভৱ কথা। বহুত যত্ন কৰিলেহে এসাজ খাবলৈ মিলে। বিধতাই ইয়াকো নসহিলে, এই যমদূত দুটা পঠিয়াই দিলে। এতিয়া ৰাতিলৈকে বিনা পইচাই চৌকা জ্বলাই ৰাখিব লাগিব। বৰ নিৰাশ মনেৰে তাই পাচী দুটা চম্‌জি ললে।

চাপ্ৰাচীয়ে শাসনৰ সুৰত কয়—"দেৰি নকৰিবি, নহলে জানই নহয়।"

ভুনগীয়ে কলে—"ইয়াতে বহি থাকা, ভজা হলে লৈ যাবা। অন্যৰ যদি ধান চোওঁ হাতটোকে কাটি দিবা।"

চাপ্ৰাচী "বহি থাকিবলৈ সময় নাই। কিন্তু এই বেলাতে যেন ভজা হৈ যায়।" এইদৰে তাগাদা দি চাপ্ৰাচী দুটা যোৱাৰ লগে লগে ভুনগীয়েও ভাজিবলৈ ধৰিলে। কিন্তু যোগে মোগে ভজাতো সাধাৰণ কথা নহয়। তাৰ উপৰি

মাজে মাজে ভজা বন্ধ কৰি জুই কুৰাও দিব লাগে। এনেতে আবেলিয়েই হলহি, পিচে ভজাও আধাই হোৱা নাই। তাইৰ ভয় হল জমিদাৰৰ মানুহ আহেহে লাগে। আহিয়েই গালি আৰু মাৰ দিব। তাই আৰু খৰকৈ হাত চলাবলৈ আৰম্ভ কৰিলে। ৰাস্তাৰ ফালে দৃষ্টি দিলেই ইফালে মাটিৰ চকুৰ পৰা বালিবোৰো উফৰি পৰে। আনকি বালি বিলাকো ঠাণ্ডা হল, ধান টান হৈয়ে ৰল। তাই একো ঠিৰাং কৰিব নোৱাৰিলে কি কৰা যায়! ভাজিবই নে নাই এৰিয়েই দিব!

ভাবিবলৈ ধৰিলে কি আপদ লাগিল! পণ্ডিতে মোক পালিয়েই থাকিব নে চকুলোকে মচি দিব? দেহা মাৰি কৰিলেহে কোনোমতে এগাল খাবলৈ পাওঁ! কিন্তু এওঁ যেনিবা মূৰটোৰ ওপৰতে উঠি থাকিব, এই কাৰণেই তেওঁৰ চাৰি আঙুলিমান মাটি অকণমানত মই পৰি আছোঁ। এই কণ-মাটিতে ইমান মূলা হলনে? এইদৰে কিমান টুকুৰা মাটি গাৱঁত এনেয়ে পৰি আছে! কিমানবোৰ ডাল-পাত উভালি আছে তাততো একো গছ ঘাঁহ নহয়! তেনেহলে অনবৰত মোক পিছি থাকে কিয়? কিবা যদি কথা কয়হি ধমকি খাব লগীয়া হয় তেনেহলে চৌকাটোকে খান্দি পেলাই দিম যি হয় হব! সেই বুলি সদায় সহি থাকিমনে? তাই এইদৰে অমঙ্গলীয়া বিচাৰত নিমগ্ন হৈ থাকোতেই দুইটা চাপ্ৰাচী আহি কৰ্কশ মাতেৰে কলেহি—"কি অ' ধান ভজা হলনে?"

ভুনগীয়ে নির্ভয় ভাবেৰে কলে, "ভাজিয়েই আছোঁ। দেখোন। দেখা নাই নেকি ?" চাপ্রাচী, "গোটেই দিনটো গল, এতিয়া-লৈকে ভাজিয়েই হোৱা নাই নে ? এইয়া তই ধান ভাজিছনে নষ্ট কৰিছ ? এইয়াতো একেবাৰে ভজা হোৱা নাই। ইয়াৰে চাতুগুৰি কেনেকৈ বনাব ! আমাক তই খালি-খালি ! ৰ মহা-ৰাজে আজি তোৰ কি গতি লগায় ?"

পৰিণাম এয়েই হল যে সেই ৰাতিয়েই চৌকা ভাঙি দিলে আৰু অভাগিনী বিধবা নিৰালম্ব হৈ পৰিল।

৬

এতিয়া ভুনগীৰ ৰুটি এটুকুৰাও নিমিলা হল। গাওঁৰ মানুহবোৰেও এই জুই-শাল খন বিধ্বংস হৈ পৰাত বৰ কষ্ট পাবলৈ ধৰিলে। কিমান যে ঘৰৰ দুপৰীয়াৰ খাদ্য নিমিলা হল। মানুহবোৰ গৈ পণ্ডিতক কলেগৈ যে বুঢ়ীক জুই-শাল জ্বলাবলৈ অনুমতি দিব লাগে। কিন্তু পণ্ডিতে সেই বোৰলৈ মন-কাণ নকৰিলে। তেওঁ নিজৰ মহত্তালিৰ ছেম এৰিব নোৱাৰিলে।

বুঢ়ীজনীক কোনো কোনো হিতাকাঙ্ক্ষী লোকে অনুৰোধ কৰিলে যে অন্য গাওঁলৈকে গৈ নবহেগৈ কিয় ? কিন্তু তাইৰ মনে. এই প্ৰস্তাৱ মানি লব নোখোজে। এই গাওঁ খনত দুখে-সুখে পঞ্চাশ বছৰ কটাই দিছে। ইয়াৰ প্ৰত্যেকটো গছ পাতেই মৰম হৈ পৰিছে। জীৱনৰ সুখ-দুখ এই গাওঁৰ খনতে ভুগিছে। এতিয়া শেষ সময়ত তাই ইয়াক কিয় ত্যাগ

কৰিব ? এই কল্পনা মনলৈ আহিলেই তাইৰ মনত সঙ্কট উপস্থিত হোৱাৰ দৰে লাগিছিল। অন্য এখন গাৱঁৰ সুখতকৈ এই গাৱঁৰ দুখো তাইৰ বৰেন্য আছিল।

ৰাতিপুৱা সময়। পণ্ডিত উদয়ভানুৱে দুই তিনিটামান চাপ্ৰাচী লগত লৈ খাজানা আদায় কৰিবলৈ গৈছিল। কৰ্ম্ম-চাৰীৰ ওপৰত তেওঁৰ বিশ্বাস নাছিল। তেওঁ ভেটীৰ ঈশ্বৰৰ দূতৰ বাহিৰে অন্য কোনো টোকোনাক ভাগ নিদিছিল।

বুঢ়ীৰ জুই-শালৰ ফালে চাওঁতেই তেওঁৰ গা জ্বলি গল। সেইটো পুনৰ উদ্ধাৰ হৈছে। বুঢ়ীয়ে ক্ষীপ্ৰ গতিৰে মাটিৰ চৰুত কিবা ৰন্ধা-বঢ়া কৰি আছিল। হয়তো তাই অলপ ৰাতি হোৱাত কামত হাত দিছিল আৰু সূৰ্য্যোদয় হোৱাৰ আগে আগেই তাক সমাপ্ত কৰি থয়। তাইৰ লেশ মাত্ৰও শঙ্কা নাছিল যে তাই জমিদাৰৰ বিৰুদ্ধে কিবা কাম কৰি আছে। ক্ৰোধ যে ইমান চিৰজীৱি হৈ থাকিব সেইটো তাইৰ কল্পনাতো নাহিছিল।

এজন প্ৰতিভাশালী ক্ষমতাবান মানুহে যে এজনী অৱলাৰ পাছত লাগি থাকিব পাৰে সেইটো তাইৰ ভাবেই নাছিল। তাই সম্ভৱ মানৱ চৰিত্ৰক ইয়াতকৈ উচ্চ বুলি ভাবিছিল। কিন্তু হায়, হতভাগিনী! তই ৰ'দতেই চুলি বগা কৰিলি!

হঠাতে উদয়ভানুয়ে গৰ্জ্জি উঠিল—"কাৰ হুকুমত !..."

ভুনগীয়ে দুধোৰ-মোধোৰ হৈ চাই দেখিলে যে সমুখত *জমিদাৰ মহোদয় থিয়হৈ আছে।*

উদয় ভানুৱে আকৌ সুধিলে, "কাৰ হুকুমত বনাইছিলি ?"

ভুনগীয়ে ভয়ে ভয়ে কলে, "সকলোৱেই কলে যে বনাই ল, সেই দেখি বনাই ললোঁ।"

উদয়ভানু,—"মই এতিয়াই এইটো খান্দি পেলাম।" এই বুলি কৈয়েই চৌকাটোত এটা লাঠি মাৰি দিলে। ঢিলা মাটি. সকলো খহি গল। দ্বিতীয়টো গোৰ দিওঁতেই কিন্তু বুঢ়া আগবাঢ়ি অহাত গোৰটো তাইৰ ককালতে পৰিল। এইবাৰ তাইৰ খং উঠিল।

ককালটো মোহাৰি মোহাৰি তাই কলে,—"মহাশয়, তোমাৰ মানুহলৈ ভয় নহলেও ভগৱানলৈতো ভয় হব লাগিছিল। মোক এইদৰে লণ্ডভণ্ড কৰি দি কিটো পাবা ? এই চাৰি আঙুলমান মাটিত সোণ ওলাই আহিব নেকি ? মই তোমাক ভালৰে কৈছো, দুখুনীক দুখ-কষ্ট নিদিবা।"

উদয়—"এতিয়াৰ পৰা চৌকা নজ্বলাবি।"

ভুনগী,—"চৌকা নজ্বলালে খাম কি ?"

উদয়ভানু—"তোৰ পেটৰ আমি ঠিকা লোৱা নাই।"

ভুনগী,—"আলপৈচান যেনিবা তোমাৰেই ধৰো, খাবলৈ যাওঁ কলৈ ?"

উদয়ভানু,—"গাৱঁত থাকিলেতো আলপৈচান ধৰিবই লাগিব।"

ভুনগী,—"আলপৈচান তেতিয়াহে ধৰিম যেতিয়া চৌকা জ্বলাম। গাৱঁত থাকিলো বুলিয়েই মই আলপৈচান ধৰিব নোৱাৰো।"

উদয়ভানু,—"তেনেহলে গাওঁ এৰি গুচি যা।"

ভুনগী,—“কিয় এৰি থৈ গুচি যাম? বাৰ বছৰ হাল বালেহে মানুহে খেতি-মাটি পায়। মইতো এই জুপুৰীতে বুঢ়ী হলোঁহি। মোৰ শাহু-শহুৰ, আৰু পূৰ্ব্ব-পুৰুষ এই জুপুৰীতে আছিল। এতিয়া ইয়াৰ পৰা যমৰজাৰ বাহিৰে কোনেও নিব নোৱাৰে।”

উদয়ভানু—“বেচ! তইতো মোক আইনো শিকাব ধৰিলি! হাতে-ভৰিয়ে ধৰা হলেও থাকিবলৈ দিলোহেতেন। কিন্তু এতিয়া তোক খেদিহে উশাহ লম।”

তেওঁ চাপ্ৰাচীৰ ফালে চাই কয় “এতিয়াই এই পাতৰ দ'মবোৰত জুই জ্বলাই দে। চাওঁ, তেতিয়া কেনেকৈ জুই-শাল জ্বলে!”

৪

এক মুহূৰ্ত্ততে হুলস্থুল লাগি পৰিল। অগ্নি দেৱতাই আকাশলম্বা ৰূপ ধাৰণ কৰিবলৈ ধৰিলে। এই অগ্নি-শিখা উন্মত্ত ভাবে ইফালে সিফালে বিয়পিবলৈ ধৰিলে। গাৱঁৰ সকলো মানুহ এই অগ্নি-পৰ্ব্বতৰ চাৰিউফালে গোট খালেহি। ভুনগীয়ে জুই-শালৰ ওচৰৰ পৰাই খুউব উদাস ভাবে এই লঙ্কা দহন চাবলৈ ধৰিলে। অকস্মাৎ তাই প্ৰবল বেগেৰে গৈ সেই অগ্নি কুণ্ডতে জপিয়াই পৰিল। মানুহবিলাক কেউ-পিনে দৌৰিছে; কিন্তু কাৰো সাহ নহল যে জুইৰ মুখলৈ যায়। ক্ষন্তেকতে তাইৰ শুকান শৰীৰ অগ্নিভ নোহোৱা হৈ গল।

সেই সময়তে বতাহো প্ৰবল বেগে ববলৈ ধৰিলে। উৰ্দ্ধ-গামী জুই শিখা পূব ফালে বিয়পিবলৈ ধৰিলে। জুই-শালৰ ওচৰতে কেইটামান খেতিয়কৰ ঘৰ আছিল। সেই ঘৰকিটা উন্মত্ত অগ্নিত ভস্মীভূত হৈ গল। এইদৰে উৎসাহিত হৈ অগ্নিশিখা আৰু আগবাঢ়িবলৈ ধৰিলে।

মুখতে পণ্ডিত উদয়ভানুৰ ভঁৰালটো আছিল, তাত অগ্নিয়ে থাপ্ মাৰিলে। এতিয়া সমগ্ৰ গাঁওখনতে হুলস্থুল লাগি পৰিল। জুই নুমাবলৈ প্ৰস্তুত হবলৈ ধৰিলে। কিন্তু পানীৰ চিটিকনিয়ে তেলৰহে কাম কৰিলে। জুই-শিখা আৰু জ্বলি উঠিল আৰু পণ্ডিতৰ বিশাল ভৱন বেঢ়ি ধৰিলে। চাওঁতে চাওঁতে সেই ভৱন নাৰৱ দৰে উন্মত্ত ঢৌৰ মাজত জোকাৰ খাই খাই অগ্নি সাগৰত বিলীণ হৈ গল।

পণ্ডিতৰ বিলাপ ধ্বনি ভুনগীৰ শোকময় বিলাপতকৈও অধিক করুণপূর্ণ আছিল।



# স্বত্ত্ব ৰক্ষা

মীৰ দিলাবৰ আলিৰ এটা মূল্যবান ঘোঁৰা আছিল। তেওঁ যিমান ঘটে তাৰ আধা ঘোঁৰাটোৰ লগতে খৰচ হয়। পিচে সঁচাকৈয়ে কবৰ হলে তেওঁ পলটনত ঘোঁৰাটো সস্তা দামতে কিনি লৈছিল। ই পলটনৰ পঃৰা ওলাই অহা ঘোঁৰা আছিল। সম্ভৱ সেই বাবেই হবলা পলটনৰ মালিকে তেওঁৰ তাত থোৱাতো উচিত নহব বুলি ভাবি নীলাম কৰি দিছিল। মীৰ চাহাব অফিচৰ মহৰী আছিল। তেওঁৰ ঘৰটো চহৰৰ বাহিৰত। অফিচলৈ ঘৰৰ পৰা তিনি মাইল দূৰ অতিক্ৰম কৰি আহিব লগাত পৰিছিল। তেওঁ বাহন এটাৰ কথা চিন্তা কৰিয়েই আছিল। এই সুবিধাতে ঘোঁৰাটো লৈ পেলালে। পিচৰ তিনি বছৰলৈকে সি মীৰ চাহাবৰ চৰাৰী হৈ আছিল।

দেখাত ঘোঁৰাটো বেয়া নহলেও তাৰ আত্ম-সন্মানৰ মাত্ৰাজ্ঞান অলপ বেচি আছিল। তেওঁ তাৰ ইচ্ছাৰ বিৰুদ্ধে অপমান সূচক কাম কৰাবলৈ টানো পাইছিল। যি কি নহওক মীৰ চাহাবে সস্তা দামতে এনেকুৱা ঘোঁৰা এটা পাই আনন্দত ভৎ নোহোৱা হল। ঘোঁৰাটো আনি ফুৰাবৰ

ওচৰতে বান্ধিলেহি। ঘোঁৰা চহীচ ৰখাতো তেওঁৰ পক্ষে কঠিনেই আছিল। গতিকে বেচেৰাই নিজেই পুৱা সন্ধ্যা ঘোঁৰাৰ গাত হাত ফুৰাই, তাৰ প্ৰতিপালন নিজেই কৰিছিল। সম্ভৱ সেই বাবেই দুবলা ঘোঁৰাও তেওঁৰ প্ৰতি প্ৰসন্ন আছিল। কম খাবলৈ পালেও সি তাত অসন্তুষ্ট নাছিল। সি মীৰ চাহাবৰ প্ৰতি সহানুভূতিশীল আছিল। স্বামী ভক্তিত তাৰ শৰীৰটোও খীণাই গৈছিল।

তথাপি সি মীৰ চাহাবক সময়মতে কাছাৰীত পোৰ্চাই দিছিলগৈ। তাৰ চাল-চলনতে আত্মিক সন্তোষ ফুটি ওলাইছিল। দৌৰাতো সি স্বাভাৱিক গম্ভীৰতাৰ পৰিপন্থী বুলি ভাবিছিল। তাৰ দৃষ্টি আছিল উশৃঙ্খল। স্বামী ভক্তিত সি ইমান দিনৰ সঞ্চিত কৰি ৰখা নিজ সত্বাক বলিদান দিছে।

এতিয়া যদি কোনো স্বত্ব প্ৰেম আছিল সেইটো হৈছে ৰবিবাৰৰ শান্তি নিবাসত। মীৰ চাহাব দেওবাৰে অফিচলৈ নাযায়। ঘোঁৰাটোকে গা-পা ধুৱাই খুউৱা-বুউৱাতে দিনটো কটায়। ইয়াতে ঘোঁৰাটোৱে আন্তৰিক আনন্দ লাভ কৰিছিল। ক'ত কাছাৰীত গছৰ তলত শুকান ঘাঁহ খাই ৰ'দত লেৰেলিব লগা হয় আৰু ক'ত আজি দিনটো চালিৰ তলত শীতল ছায়াত সেউজীয়া ঘাঁহ খাবলৈ পায়। গতিকে ৰবিবাৰৰ *দিনটো তাৰ স্বত্বৰ দিন। এই দিনটোৰ অধিকাৰৰ পৰা* তাক কাঢ়ি নিবৰ কাৰো সাধ্য নাছিল। মীৰ চাহাবে কেইবাদিনো তাক দেওবাৰৰ দিনা বজাৰৰ ফালে বাহন কৰি নিবৰ

ইচ্ছা কৰিছিল; কিন্তু এই উদ্যোগত সি বেয়া ৰকমে মূৰ জোকাৰে, মুখত লেকাম নলয়। শেষত মীৰ চাহাবে নিজেই হাৰ স্বীকাৰ কৰে। সি তেওঁৰ আত্ম-সন্মানত আঘাত দি নিজৰ অবয়ব পৰীক্ষাত পেলাবলৈ ইচ্ছা নকৰিছিলঁ।

দুই

মীৰ চাহাবৰ ওচৰতে মুঞ্চী সদাগৰ লাল নামৰ মানুহ এজন আছিল। তেওঁৰো কাছাৰীৰ লগত সম্বন্ধ আছিল। সেই বুলি তেওঁ অফিচত মহৰী বা কৰ্ম্মচাৰী নাছিল। কোনেও আজিলৈকে তেওঁক অফিচত লিখা-পঢ়া কৰা দেখা নাই। তথাপি উকীল মোক্তাৰৰ ওচৰত তেওঁৰ মান আছিল।

জেঠ মাহ। দৰাযাত্ৰীৰ এই সময়তে এটা বেচ ধুম পৰে। বেওৰালাইও গৰ্ব্বত বুকু ফিণ্ডাই ফুৰিছিল। কিছুমান উন্মত্ত হৈ ছুৱাৰে ছুৱাৰে ফুলজাৰী বিলাক যঁতৰৰ দৰে ঘূৰাই ফুৰিছিল। ভাৰৱীয়া আৰু কথকীলোকক আঙুলি মূৰত নচুৱাইছিল। পাল্কীৰ কঁহাৰ বিলাকো এই সময়ত পাথৰৰ দেৱতাৰ মূৰ্ত্তিৰ দৰে হৈছিল। বানচ পালেও সিহঁত দয়াৰ্দ্ৰ নহৈছিল।

এনে এটা মাহতে মুঞ্চীজীয়েও পুতেকৰ বিয়া পাতিলে। লাহে লাহে দৰা-যাত্ৰীৰ সকলো গোট খালে। সকলো বস্তু খান-খিভ লগোৱা হৈ যায়। কিন্তু বহুত চেষ্টা কৰিও মুঞ্চীজীয়ে পাল্কী ঠিক কৰিব নোৱাৰিলে। কঁহাৰ বিলাকেও এই সময়ত বায়না ওভোটাই পঠালে। মুঞ্চীজীৰ খুব খং

উঠিল। গালি পাৰিলে, কিন্তু ফল একো নধৰিলে। হতাশ হৈ শেহত সিদ্ধান্ত কৰিলে যে দৰাক ঘোঁৰাত পঠাই দিব। সন্ধ্যা ছয় বজাত দৰা-কন্যাৰ ঘৰলৈ যাবৰ সময়। চাৰি বজাতে মুঞ্চীজী মীৰ চাহাবৰ ওচৰলৈ আহি কলেহি, "আপোনাৰ ঘোঁৰাটো দিয়কচোন ল'ৰাটো ষ্টেচনলৈ পঠাই দিও। পাল্কীৰ খবৰ কৰিলো, কিন্তু নেপালোঁ।"

মীৰ চাহাব,—"আপুনি হবলা কব নোৱাৰে আজি দেওবাৰ।"

মুঞ্চীজী,—"নাজানিম কিয়, পিচে ঘোঁৰাটো আছে নহয়? কোনো ৰকমে ল'ৰাটোক ষ্টেচনলৈ পঠাই দিব লাগে। কিমান দূৰ যাবনো?"

মীৰ চাহাব,—"এইয়া আপোনাৰেই জন্ত, লৈ যাওক। পিচে মই আশা দেখা নাই যে তাৰ পিঠিত কাৰোবাক হাত দিবলৈ দিব!"

মুঞ্চী,—"হে'ৰি বুইছে, মাৰৰ কোবত ভুটো পলায়। আপুনি ভয় কৰে সেই কাৰণেহে সি বদমাচী কৰি [illegible]াৰিছে। ল'ৰাটো পিঠিত উঠি যাব যিমানেই ইফাল সিফাল [illegible]ক তথাপি সি দেমাকী কৰিব নোৱাৰে চাব!"

মীৰ চাহাব,—"বেচ কথা লৈ যাওক। আপোনালোকে যদি ইয়াৰ জেদটো ভাঙিব পাৰে মোক অনুগ্ৰহ কৰা বুলিয়েই ভাবিম।"

## তিনি

পিচে যেতিয়াই মুঞ্চীজী অস্তাবলত সোমালগৈ ঘোঁৰাইও

শঙ্কাকুল দৃষ্টিৰে চালে। তাৰ পাচত হিহিয়াই সি ঘোষণা কৰি দিলে যে মোৰ এই শান্তিৰ সময়ত বাধা দিবলৈ তুমি কোন? এনেয়েই সি আগৰে পৰা বেণ্ডৰ মাতত উত্তেজিত হৈ আছিল। মুঞ্চীজীয়ে যেতিয়াই তাৰ পঘা খোলা আৰম্ভ কৰিলে, সি কাণ থিয় কৰি অভিমানৰে ঘঁাহ খাবলৈ ধৰিলে। মুঞ্চীজীও চতুৰ খেলাৰু আছিল। তৎক্ষণাৎ তেওঁ ঘৰৰ পৰা দানা অনালে আৰু ঘেঁাৰাৰ সমুখত থলেহি। ইফালে ঘেঁাৰাটোৱেও বহুতদিন এনে দানা খোৱা নাই। সি খুব আনন্দৰে সেই দানা খাবলৈ ধৰিলে। তাৰ পাছত কৃতজ্ঞতাৰ দৃষ্টিৰে মুঞ্চীজীলৈ চালে, যেন মালিকে অনুমতি দিলে মোৰ যাবলৈ কোনো আপত্তি নাই এনে ভাব।

মুঞ্চীজীৰ ঘৰত হুলস্থুল হৈ আছে। বেণ্ডৰ কাণ ফলা শব্দ। দৰা ঘৰৰ যাত্ৰী সাজি-কাছি ঘেঁাৰালৈ প্ৰতীক্ষা কৰি আছে। ওচৰ-চুবুৰীয়া তিৰুতাসকল দৰা-যাত্ৰাৰ সময়ত মাঙ্গলিক গীত গাবলৈ ৰৈ আছে।

পঁাচ বাজি গল। এনেতে ঘেঁাৰাৰে সৈতে মুঞ্চীজী আহি দেখা দিলেহি। গায়ন-বায়নে ভৰি আগবঢ়াই দিলে। এটা মানুহে ভিতৰৰ পৰা ঘেঁাৰাৰ সৰঞ্জামবোৰ লৈ আহিল গৈ। ঘেঁাৰাটো তাতে ৰৈছিল। কিন্তু যেতিয়াই লেকাম দেখা পালে মুখ ঘুৰাই ললে। মুঞ্চীজীয়ে তাৰ গাত হাত ফুৰাই মৰম কৰি বুজালে। আকৌ দানা আনি দেখুৱালেহি। তথাপি ঘেঁাৰাটোৱে মুখ নেমেলিলে। তেতিয়া মুঞ্চীজীৰ

খং উঠিল। তপিনাত চাবুকৰে কোবালে; তথাপি সি মুখ নেমেলে। মুখত লেকাম নললে। এতিয়াও যেতিয়া লেকাম নললে মুঞ্চীজীয়ে নাকত চাবুকৰে কোবাবলৈ ধৰিলে। নাকৰ আগেদি তেজ ববলৈ ধৰিলে। ঘোঁৰাটোৱে অসহায় দৃষ্টিৰে ইফালে সিফালে চাবলৈ ধৰিলে। ভীষণ সমস্যা দেখিলে সি। এনেকুৱা মাৰ সি কেতিয়াও খোৱা নাছিল। সি মাৰ চাহাবৰ বস্তু আছিল। তেওঁ ইমান নিৰ্দ্দয়তাৰে কেতিয়াও তাক এনে ব্যৱহাৰ নকৰিছিল। সি ভাবিলে যদি এতিয়াও মুখ নেমেলো, নাজানো আৰু কি শাস্তি খাব লাগে। এই ভাবি মুখত লেকাম ধৰিলে। মুঞ্চীজীক আৰু কোনে পায়? তেওঁ জয়ী হল। তৎক্ষনাৎ জীণ লগাই দিলে। দৰা জপিয়াই পৰিল ঘোঁৰাৰ ওপৰত।

চাৰি

যেতিয়াই দৰাই ঘোঁৰাটোৰ ওপৰত আসনখন ঠিক কৰি ললে তেতিয়াহে যেন সি টোপনিৰ পৰা সাৰ পালে। পেটে পেটে ভাবিলে অলপ দানাৰ বিনিময়ত নিজৰ জন্ম-স্বত্বৰ অধিকাৰ কিয় বিক্ৰী কৰিম? তাৰ মনত পৰিল বহুত দিনৰ পৰা আজিলৈকে মই সুখতে আছোঁ। তেন্তে আজিনো মই কিয় এনেয়ে পৰিশ্ৰম কৰিম? ইহঁতে বা মোক কলৈ লৈ যায়? কি বা শাস্তি দিয়ে? চাবুকৰে কোবাই কোবাই আধা মৰা কৰিব যেন পাইছোঁ। আকৌ বা খাবলৈ পাওঁনে নেপাওঁ?' এইবোৰকে ভাবি ভাবি ঘোঁৰাটোৱে মনতে ঠিক

কৰি ললে যে ইয়াৰ পৰা মই এখোজো আগ নাবাঢ়ো। এনেদৰে থাকিলে নহব। চোৰাৰী লৈয়েই মাটিত বহি যাম। তেতিয়াতো নিজেই এৰি দিব। মোৰ মালিক মীৰ চাহাবেও তাকে কৰিবলৈ দিব চাগে। মোক ইমানকৈ মৰিব্লাত তেওঁ ভাল পোৱা নাই। তাতে তেওঁক কাছাৰীলৈ কিজানি নিব নোৱাৰা হওঁ।

দৰা যেতিয়া ঘোঁৰাৰ ওপৰত চোৰাৰী হৈ বহিল, তেতিয়া তিৰুতা সকলে মঙ্গল গীত গাবলৈ ধৰিলে, ফুল চটিয়াবলৈ ধৰিলে। বৰ যাত্ৰী আগবাঢ়িল। কিন্তু ইকি! ঘোঁৰাই দেখোন ভৰিকে নলৰায়। তাক জমে মধে কোবোৱা হল, লেকাম জোকাৰি দিলে। কিন্তু ঘোঁৰাটোৱে ভৰি কিখন এনে ভাবে খোপনি পুতি ধৰিলে যে দণ্ডাৰ নামকে নলয়।

মুন্সীজীৰ ইমান যে খং উঠিছিল! ই যদি আজি তেওঁৰ ঘোঁৰা হলহেঁতেন তাক এতিয়াই গুলি কৰিলেহেতেন কিজানি!

এজন বুঢ়াই কলে,—"এইটো জেদী ঘোঁৰা। এনেকৈ নহব। পিছফালে লাঠি লগাওক। নিজেই দৌৰিব।"

মুন্সীজীয়ে কথাটো সমৰ্থন কৰিলে। পিছফালে দুটা মানে ভৰিত লাঠি মাৰিবলৈ ধৰিলে। তথাপি ঘোঁৰাই ভৰি নুঠায়। এবাৰ যদিও উঠালে এটা ভৰি, তাৰ পাছত মাৰৰ কোবত ওপৰলৈ এবাৰ পাছলৈও এবাৰ যাব দ্বাৰা সি প্ৰমাণ কৰিলে যে সি একেবাৰে প্ৰাণহীন নহয়। মুন্সীজী উপায়ন্তৰ হৈ পৰিল।

গতি দেখি অন্য এজনে কলে,—"ইয়াৰ নেজত অন্ধৰা খৰি এদাল লগাই দিয়কহি, পোৰাৰ ভয়তে যাব।"

এই প্ৰস্তাৱ গৃহিত হল। ফল এয়েই হল,—নেজ জ্বলিল। ঘোঁৰাটোৱে ছুবাৰ তিনি বাৰমান জপিয়ালে, তথাপি ভৰি আগ নবঢ়ালে। দৃঢ় সত্যাগ্ৰহী আছিল সি। এই যন্ত্ৰণাই সংকল্প আৰু দৃঢ় কৰি তুলিছিল। এনেতে সূৰ্য্য অস্ত গল। পূজাৰীয়ে কলে,—"সোনকাল কৰক, সময় যাব এতিয়া।" কিন্তু নিজৰ ইচ্ছাৰ কথাটো নহয়। সোনকাল কেনেকৈ কৰে? দূৰৰ-যাত্ৰী ইফালে গাৱঁৰ বাহিৰ পালেগৈ। ইয়াত তিৰুতা-ল'ৰা-ছোৱালী বিলাকে কোৱা-মেলা কৰিবলৈ ধৰিলে।

সকলোৱে কবলৈ লাগিল "কি ঘোঁৰা অ' এইটো! ভৰি এটাও আগ নবঢ়াই দেখোন্!"

এনেতে এজন অভিজ্ঞতা থকা লোকে কলে—"মাৰ-পিটৰে এওঁৰ কাম নহব। অলপ দানা অনাওক। এটা মানুহে দানা লৈ ইয়াৰ আগে আগে যাওক। দানাৰ লোভত ইয়ো আগ বাঢ়ি যাব।"

মুন্সীজীয়ে এই উপায় কৰিও ব্যৰ্থ হব লগা হল। ঘোঁৰাইও নিজৰ জন্মস্বত্ব কোনো দামতে বেচিবৰ ইচ্ছা নকৰিলে।

এনেতে এজন ভদ্ৰলোকে মাত লগালে,—"ইয়াক অলপ মদকে পিয়াই দিয়ক। মদৰ নিচাত আগুৱাই দৌৰ দিব।"

কথাৰ লগে লগেই মদৰ বটল আহি পালে। অলপ

মদ সাফৰ খনতে লৈ ঘোঁৰাৰ সমুখত দিলেহি। পিচে চতুৰ ঘোঁৰাই মুখুভিলেই। এতিয়া কি কৰা যায়? চাকি-বন্তি জ্বলিল। ঘোঁৰাটোৱে ইমানবোৰ দুৰ্গতি সহিও কিন্তু মনত আনন্দ পাইছিল এই কাৰণেই যে তাৰ শান্তিত ব্যাঘাত কৰা লোক সকলৰ দুৰৱস্থা আৰু দুৰ্গতি দেখি। সি এই সময়ত মানুহ বিলাকৰ ব্যতিব্যস্ততাৰ ওপৰত এটা দাৰ্শনিক সুখ অনুভৱ কৰিছিল।—চাওক, আপোনালোকে এতিয়া কি কৰিব? সি ভালকৈয়ে জানিছিল যে এতিয়া আৰু তাৰ মাৰ-কিল খোৱাৰ কোনো সম্ভাৱনা নাই। সিহঁতে জানিছেই চাগৈ মাৰ-কিল কৰা মিছা। সি কেৱল মানুহবিলাকৰ সুবিবেচনাৰ কাৰণে অপেক্ষা কৰি আছিল।

পিছত এজনে কলে "এতিয়া মাত্ৰ ইয়াৰ বাবে এটা উপায় আছে। সেই যে পথাৰত গোবৰ আদি পেলোৱা দুচকীয়া গাড়ীখন আছে তাকে অনাওক। ইয়াৰ আগৰ ঠেং দুটা গাড়ীত বান্ধিম। পিছফালৰ পৰা আমি গাড়ীখন ঠেলি দিম। তেতিয়া সি নিশ্চয় ভৰি আগুৱাই দিব। পিছৰ ভৰি দুটাও জপিয়াই উঠিব।" মুন্সীজী কিন্তু ভাবত বিভোৰ হৈ পৰিছিল। তেওঁ জানিছিল এই প্ৰচেষ্টা বিলাকোতো সাধাৰণ নাছিল।

দুটা মানুহ গৈ দুচকীয়া গাড়ীখন উলিয়াই আনিলেগৈ। সৰাই লেকাম টানিলে। চাৰি পাঁচটা মানুহ ঘোঁৰাটোৰ ওচৰতে লাঠি লৈ থিয় হলহি। দুটা মানুহে জোৰ জবৰ-

দস্তি কৰি ঘোঁৰাটোৰ ছুটা ভৰি গাড়ীৰ ওপৰত তুলি দিলেহি। ঘোঁৰাটোৱে কিন্তু এতিয়ালৈ ভাবি আছিল যে সিহঁতৰ এই উপায়ো সফল নহব। কিন্তু সি এইবাৰ পৰাজয় হল। যেতিয়াই গাড়ীখন মানুহবিলাকে ঘৰ ঘৰ কৈ চলাই নিলে সিও আপোনাআপুনি ভৰি ছুটা উঠাই দিলে। তাৰ এনে-কুৱা লাগিল যেন সি পানীত হে পৰিল। ইমান ইচ্ছা কৰিলে যে ভৰি ছুটা মুঠাওঁ, কিন্তু একো কৰিব নোৱাৰিলে।

এনেতে চাৰিউফালে কোলাহল উঠিল "চলিল, চলিল।" হাততালি বাজি উঠিল। মানুহবিলাকে পাৰেমানে হাঁহিবলৈ ধৰিলে। মানুহবিলাকৰ এই উপহাস আৰু অপমান ঘোঁৰা-টোৰ অসহ্য হৈ পৰিছিল। পিছে সি কৰিব কি? ওঁ, তথাপি কিন্তু সি ধৈৰ্য্য নেৰিলে। মনতে ভাবিলে এইদৰে আৰু কিমান দূৰলৈ যাব? যেতিয়াই গাড়ীখন ৰব ময়ো ওলাই পৰিম। মোৰ বৰ ভুল হল, গাড়ীৰ ওপৰত ভৰি ৰাখিব নালাগিছিল। শেহত যেনিবা সেয়ে হল, সি যিহকে ভাবিছিল।

কোনো ৰকমে চোচোঁৰাই এশ গজমান মানুহে নিলে। কিন্তু আৰু নোৱাৰে। আৰু ছুশ খোজ মান থকা হলেও সম্ভৱ মানুহ বিলাক অধৈৰ্য্য নহলহেতেন। কিন্তু ষ্টেচনলৈ এতিয়াও তিনি মাইল আছে। ইমান দূৰ গাড়ীখন টানি নিয়াও টান হল। যেতিয়াই গাড়ী ৰল ঘোঁৰাও নামি পৰিল। দবাই পুনৰ লেকাম টানিলে, যেনিয়েই পাই তেনিয়েই

কোবালে ; কিন্তু ঘোঁৰাই নিজৰ জেদ্‌টো নেৰিলে। তাৰ নাকৰ আগেদি তেজ বৈয়ে আছিল। চাবুকৰ কোবত গোটেই শৰীৰ শেড়া পৰি গৈছিল। পিছ ভৰি দুটাত ঘা হৈ গৈছিল। তথাপিও সেই দৃঢ় প্ৰতিজ্ঞ ঘোঁৰা অচল হৈয়ে ৰল।

পাঁচ

পুৰোহিতে কলে, “আঁঠ বাজি গল। সময় হৈ গল।” দীন-দুৰ্ব্বল ঘোঁৰাই পথাৰ নষ্ট কৰি দিলে। মুন্সীজীয়ে ক্ৰোধান্বিত হৈ কন্দনামুৱা হল। তেওঁ এখোজো আগবাঢ়ি যাব নোৱাৰে। বিয়াৰ দিনত মাটিত ভৰি ৰথাতো বৰ্জ্জিত, প্ৰতিষ্ঠা ভঙ্গ হয়। নিন্দা হব, বংশত কলঙ্ক হব। কিন্তু এই পৰিস্থিতিত খোজ নললে উপায় নাই। তেওঁ ঘোঁৰা-টোৰ সন্মুখলৈ আহি কুণ্ঠিত ভাবে কলেহি, “মহাশয়, তোমাৰ ভাগ্যখনক ধন্যবাদ দিয়া যে আঁজি তুমি মীৰ চাহাবৰ ঘোঁৰা হলা। যদি মই আজ্জি তোমাৰ মালিক হলোহেতেন তোমাৰ ৰাজহাড়-কামিহাড় এডালো নথকালাহেতেন। ইয়াৰ লগতে এইটোও বুজিলো যে পশুৱেও যি ৰকমেই নহওক নিজৰ স্বত্ব ৰক্ষা কৰিব পাৰে। তুমি যে ব্ৰতধাৰী হৈ আছা মইতো নাজানিছিলো।” তাৰ পাচত পুতেকক কয়—“বাচা তই নাম। যাত্ৰী ষ্টেচন পালেগৈ চাগৈ। বল খোজ কাঢ়িয়েই যাওঁ। আমি মুঠেই দহ বাৰটা মানুহ, হাৰ্ঁতো কোনো নাই। এই ৰঙীণ কাপোৰ বিলাক সোলোকাই ল, বাটত

মানুহে দেখিলে হাঁহিব। কথ, দৰাই খোজকাঢ়ি বিয়া কৰাবলৈ যায়। ব'ল জেদী ঘোঁৰা, তোৰ মীৰ চাহাবৰ খবৰ কৰি আহো।"

—

# হাৰ-জিত

কেশৱ আৰু মোৰ মাজত আগৰ পৰাই অবিয়াঅবি আছিল। লিখাই-পঢ়াই, কথাই-বাৰ্ত্তাই, আমোদ-প্ৰমোদে মোতকৈ কেশৱ আগ শাৰীত আছিল। তেওঁৰ গুণৰ চন্দ্ৰ-জ্যোতিৰ ওচৰত মোৰ চাকিৰ পোহৰ কেতিয়াও প্ৰস্ফুটিত নহৈছিল। মোৰ কিন্তু পেটে পেটে অভিলাস আছিল কেশৱক হুকৰাবলৈ। সেই সময়ত মই তাৰ গুণ কেতিয়াও স্বীকাৰ নকৰিছিলো। নিজৰ দোষ কোনে স্বীকাৰ কৰে? পিচে সচাঁকৈয়ে কবলৈ গলে ভগৱানে কিন্তু মোক তেওঁৰ বুদ্ধি-শক্তি প্ৰদান কৰা নাছিল। তথাপি মোৰ এটা আশা আছিল এইটোৱেই,—যদিও বিদ্যাৰ ক্ষেত্ৰত তেওঁৰ খোজত খোজ মিলাই যাবলৈ ভাগ্য নঘটিছিল কিন্তু ব্যৱহাৰিক ৰঙ্গ-ভূমিক চেহেৰাত মোৰহে শিৰ ফুটিব। কিন্তু কি যে দুৰ্ভাগ্য

প্ৰণয় সাগৰত আমি দুয়ো জাপ দিলে ৰত্ন তেওঁৰ হাতত হে উঠে দেখি হতাশ হৈ পৰো।

আমি দুয়ো এম-এত সাম্যবাদী আছিলোঁ। কেশৱৰ কাৰণে ই স্বাভাৱিকেই আছিল। তেওঁৰ বংশ মৰ্য্যদাও প্ৰতিষ্ঠিত নাছিল আৰু এনে সমৃদ্ধিশালীও নাছিল যে এই অপূৰণ পূৰণ কৰি দিব। মোৰ কিন্তু অবস্থা তেওঁৰ বিপৰীত আছিল। বংশত তালুকদাৰ আছিলো আৰু ধনীও আছিলোঁ। গতিকে মোৰ সাম্যবাদৰ ওপৰত মানুহৰ কৌতূহল আছিল। আমাৰ সাম্যবাদৰ অধ্যাপক মহাশয় হৰিদাস ভাটিয়াই সাম্যবাদৰ সিদ্ধান্তক স্বীকাৰ কৰিছিল; কিন্তু সম্ভৱ ধনক অৱহেলা কৰিব নোৱাৰিছিল। তেখেতে জীয়েক লজ্জাৱতীৰ বাবে বুদ্ধি সম্পন্ন কেশৱক পছন্দ নকৰি কৰিলে মোক। এদিন সন্ধিয়া সময়ত তেওঁ মোৰ খোটালীটোলৈ সোমাই আহিল চিন্তাক্লিষ্ট ভাব লৈ।

তাৰ পাচত মোক কলে, "দাৰকাচৰণ, মই আজি কেইবাদিনৰ পৰা বৰ চিন্তাত পৰিছোঁ। মোৰ আশা তুমিয়েই দূৰ কৰিব পাৰিবা। মোৰ এটাও ল'ৰা নাই। মই কেশৱ আৰু তোমাক দুয়োকো পুত্ৰৰ দৰেই বিবেচনা কৰো। যদিও কেশৱ তোমাতকৈ চালাক-চতুৰ, পিছে মোৰ বিশ্বাস যে বিস্তৃত সংসাৰত তুমিহে সফলতা লাভ কৰিব পাৰিবা। এই কাৰণে লজ্জাৱতীৰ দৰা হিচাবে তোমাকহে উপযুক্ত বুলি ভাবিছোঁ। মোৰ আশা পূৰ্ণ হ'বনে?"

মই স্বাধীন আছিলোঁ। মা-দেউতা সকতেই মোৰ স্বৰ্গ-গামী হল আৰু এনেকুৱা মিতিৰ-কুটুমো নাই যে তেওঁ-বিলাকৰ অনুমতি লব লাগিব। লজ্জাৱতীৰ দৰে সুন্দৰী, সু-শিক্ষিতা স্ত্ৰী পালে কোনে ভাগ্যক নেওচিব? মই আন-ন্দত অধীৰ হলো।

লজ্জা এখন পুষ্পিত বাগিচাৰ দৰেই আছিল, য'ত গোলাপৰ সুগন্ধি বিয়পি পৰিছিল আৰু সেউজীয়া বননিৰ মনোৰম শীতলতা, সমীৰৰ মৃদু তৰঙ্গ, পখীৰ মধুৰ সঙ্গীত বিদ্যমান আছিল। স্ত্ৰীৰ প্ৰতিনিধিত্ব আৰু এনে ধৰণৰ বিষয় লৈ তাইৰ লগত মোৰ কথা-বতৰা হৈছিল। তাই নিজে সাম্যবাদী আৰু সাম্যবাদত মুগ্ধ হৈছিল। কিন্তু সেই বুলি প্ৰফেচৰ ভাটিয়াৰ দৰে কেৱল সিদ্ধান্ত বা সূত্ৰৰ ভক্তই নাছিল, তাক কাৰ্য্যকৰী ব্যৱহাৰ কৰিবলৈও ইচ্ছা কৰিছিল। তাই বুদ্ধিমান কেশৱক নিজৰ স্নেহৰ পাত্ৰ কৰি লৈছিল। যদিও মই ভালদৰে জানিছিলো দেউতাকৰ আদেশ তাই কেতিয়াও লঙ্ঘন কৰিব নোৱাৰে; কিন্তু তাইৰ ইচ্ছাৰ বিৰুদ্ধে মইও প্ৰণয়িনী কৰিবলৈ ইচ্ছা নকৰিছিলো। গতিকে এই কাৰণে ভাটিয়াৰ কথাটোত আশাতীত ভাবে আনন্দ লাভ কৰিব নোৱাৰিলোঁ। আমি দুয়ো দুখীত আছিলো আৰু মোৰ আজি প্ৰথম বাৰৰ কাৰণে কেশৱলৈ সহা-নুভূতি হল।

মই কিন্তু লজ্জাৱতীক এইটো সুধিবলৈ ইচ্ছা কৰিছিলো

যে তাই মোক কিয় দৃষ্টিৰ পৰা আতৰাই ৰাখিছে। কিন্তু তাইৰ সমুখত এই প্ৰশ্নটো কৰিবলৈ লাজ আৰু সঙ্কোচ বোধ কৰো। আৰু এইটো হোৱাটোও স্বাভাবিক আছিল। কিয়নো কোনো ৰমনীয়েই নিজৰ অন্তঃকৰণৰ ৰহস্য খুলি কব নোৱাৰে। কিন্তু লজ্জাৱতীয়ে এই পৰিস্থিতিত তাইৰ কব লগীয়া খিনি প্ৰকাশ কৰাতো কৰ্ত্তব্য বুলি ভাবিছিল। তাই সুযোগ বিচাৰিয়েই ফুৰিছিল। তাইৰ এই সুযোগ সোনকালেই আহি পৰিল।

সন্ধ্যা সময় হৈছিল। কেশৰে ৰাজপুত হোষ্টেলত সাম্যবাদৰ লেক্‌চাৰ দিবলৈ গৈছিল। প্ৰফেচৰ ভাটিয়া সেই উৎসৱৰ গুৰিয়াল আছিল। লজ্জা ঘৰতে নিজৰ খোটালীটোত বহি আছিল। মই অশান্ত হৃদয়ৰ ভাববোৰ লুকুৱাই শোক আৰু দাহঁত জ্বলি পুৰি তেওঁৰ ওচৰতে আহি বহিলোহি। লজ্জাই মোৰ ফালে উৰণীয়া দৃষ্টিৰে চালে। তাৰ পাচত সদয় ভাবেৰে কলে, "অলপ চিন্তান্বিত লাগিছে দেখোন?"

ময়ো কৃত্ৰিম উদাসীন ভাবত কলো, "তোমাৰ বাবে।"

লজ্জা "কেশৱৰ লেকচাৰ শুনিব নগলা?"

মোৰ চকুৰ পৰা জ্বালা ওলাই অহাৰ দৰে লাগিল। তেওঁক জব্দ কৰিবৰ বাবে কৈ থলো, "আজি মোৰ খুব মূৰটো কামুৰি আছিল।" এইবুলি কোৱাৰ লগে লগে ছুটোপাল মান চকুপানী পৰিলেই।

প্ৰকৃততে কিন্তু মই কান্দি দেখুৱাই তেওঁৰ করুণাৰ পাত্ৰ হবলৈ বিচৰা নাছিলোঁ। মোৰ স্বভাৱ মতে কন্দা-কতা তিৰোতাৰ স্বভাৱ অনুকূল বুলিহে ভাবিছিলো। মই আচলতে লজ্জাৰ ওচৰত খং প্ৰকাশ কৰিবলৈ যাওঁতে ওলাই আহিল চকুপানী। মনৰ ভাব ইচ্ছাধীন নহয়। মই কন্দা দেখি লজ্জাৰো চকুপানী ওলাল। মোৰ হৃদয়ত মলিনতা নাছিল। কিয় জানো লজ্জাই কন্দা দেখি এই সময়ত আনন্দ অনুভৱ হল্। এই শোকাৱস্থাটোত মই তেওঁক ব্যঙ্গ নকৰি নোৱাৰিলো।

কলো, "লজ্জা, মইতো মোৰ ভাগ্যৰ বাবে কান্দিছোঁ। সম্ভৱ তোমাৰ অসমীচীন ঘোষণাই কৰিছে। কিন্তু তোমাৰ চকুপানী কিয়?"

লজ্জাই মোৰ ফালে দৃষ্টিত তিৰস্কাৰ লৈ কলে, "মোৰ চকুলোৰ ৰহস্য তুমি নুবুজিবা। কাৰণ তুমি বুজিবলৈ চেষ্টাও কৰা নাই। তুমি মোৰ ওপৰতে কটু বাক্য প্ৰহাৰ কৰি হৃদয়ত সান্তনা লাভ কৰিছা। মই কাক জনাম? তুমি কি বুজিবা মই যে কিমান আগ গুৰি ভাবি হৃদয়ত কিমান বুজনি দি, ৰাতি ইকাটি সিকাটি কৰি চকুলো টুকি টুকি এই সিদ্ধান্তলৈ আহিছোঁ। তোমাৰ বংশ মৰ্য্যাদা, ঐশ্চৰ্য্যাই যে দেৱালৰ দৰে মোৰ পথত থিয় দি আছে। এই দেৱাল মই পাৰ হৈ যাব নোৱাৰো। মই বুজিছোঁ যে এই সময়ত তোমাৰ কুল প্ৰতিষ্ঠাৰ প্ৰতি লেশমাত্ৰও অভিমান

নাই। কিন্তু এইটোও জানিছো যে তোমাৰ কলেজৰ শীতল ছাঁয়াত ক্ষণ মাত্ৰ হোৱা সাম্যবাদৰ সাংসাৰিক গৰম বতাহত সেইটো সহিব নোৱাৰিবা। সেই সময়ত নিজৰ ঘোষণাৰ বাবে পস্তাব লগীয়া হব আৰু খঙো উঠিব। মঁয়ো গৈ তোমাৰ গাখীৰত মাখি আৰু হৃদয়ৰ কাঁইট হমগৈ।”

মই অধৈৰ্য্য হৈ কলো,—“যি কাৰণে মোৰ সাম্যবাদ লুপ্ত হৈ পৰিব সেইটো তোমাৰ সাম্যবাদীয়ে জীয়াইহে এৰিব নে কি?

লজ্জা,—“ওঁ, মোৰ পূৰা বিশ্বাস যে মোৰ ওপৰত তাৰ একো প্ৰভাৱ নপৰে। মোৰ ঘৰত কেতিয়াও ঐশ্বৰ্য্য থকা নাই আৰু বংশ মৰ্য্যাদাৰ অৱস্থাটো তুমি ভালদৰেই জানা। দেউতাই কেৱল কঠোৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ দ্বাৰা এই পদ পাইছে। মই সেই দিনাৰ কথাটো আজিও পাহৰা নাই, যেতিয়া মোৰ মা জীয়াই আছিল আৰু দেউতাই ৰাতি এঘাৰ বজাত টিউশ্যন কৰি ঘৰলৈ উভতিছিল। মোৰতো কুল মৰ্য্যাদা বা ঐশ্বৰ্য্যত কেতিয়াও অভিমান হব নোৱাৰে। সেইদৰে তুমিও কুল গৌৰৱৰ অভিমান নাইকিয়া কৰি দিব নোৱাৰা। এই সম্বন্ধে মোৰ অৱস্থা এনেকুৱা হব যেতিয়া মই স্মৃতিহীন হৈ যাম।”

মইয়ো উদ্‌ভ্ৰান্ত ভাবে কৈ উঠো,—“কুল গৌৰৱকতো মই নাইকিয়া কৰি দিব নোৱাৰো, মোৰ বশৰ কথাও নহয়। কিন্তু তোমাৰ ঐশ্বৰ্য্য বিভূতি ত্যাগ কৰিব পাৰিম।”

লজ্জাই ক্রুড় মিচিকিয়া হাঁহি মাৰি কলে,—"আকৌ সেই ভাবুকতা। যদি এই কথাটো অবোধ বালিকা এজনীক কলাহেতেন তেনেহলে তাই হয়তো আনন্দত পাৰ নোপোৱা হলহেতেন। মই ইমান গভীৰ ভাবে ভাবি চাইছো, এই বিষয়ে য'ত ছুটা প্রাণীৰ জীৱনৰ সুখ-দুখৰ নির্ভৰ কৰিছে ইয়াত ভাবুকতাৰ আশ্রয় লব নোৱাৰো। বিবাহ কৰি লোৱা কথা নহয়—পৰমাত্মা সাক্ষী আছে, মই যে বিবৃদ্ধিত পৰিছোঁ। মই যে নিজেই কব পৰা নাই মোৰ পানৰ-চৈ কোনফালে যাব। কিন্তু মই তোমাৰ জীৱন কণ্টকময় কৰিব নোৱাৰো।"

মই যেতিয়া তাৰ পৰা উঠিলো ইমান নিৰাশ নহৈছিলো যিমান চিন্তান্বিত হলো। লজ্জাই মোৰ সমুখত এটা নতুন সমস্যা উপস্থিত কৰিলে।

* * *

আমি দুয়ো মানে কেশৱ আৰু মই একেলগে এম-এ পাছ কৰিলো। কেশৱ প্রথম হল মই দ্বিতীয় হলো। সি কাণপুৰ কলেজল অধ্যাপকৰ কাম পালে। মই ঘৰলৈ আহি ধন অৰ্জ্জাত লাগিলোহি। বিদায় হবৰ সময়ত দুয়ো গলা-গলি কৰিয়েই বিদায় লৈছিলো। বিবোধ আৰু ইৰ্ষাবে কলেজ এৰিলো।

মোৰ গাওঁখনত প্রথম ময়েই তালুকদাৰ আছিলো। তাতে এম-এ ডিগ্রী লৈছো। প্রথমতে ৰাজ্যাধিকাৰ সকলে মোক খুব মান-সম্মান কৰে। কিন্তু যেতিয়া মোৰ সামাজিক

সিদ্ধান্ত সম্পৰ্কে তেওঁলোকে জানিলে তেতিয়া তেওঁলোকৰ কৃপাৰ দৃষ্টিও শিথিল হৈ আহিল। ময়ো তেওঁবিলাকৰ লগত মিলা-মিছা এৰি দিলো। বেচি ভাগ সময় আচামী বিলাকৰ লগতে কটাই দিওঁ।

পূৰা এবছৰ নৌহওঁতেই তালুকদাৰৰ কাৰণে কাউন্সিলৰ এটা স্থান খালি হল। মই কিন্তু কাউন্সিললৈ যাবলৈ মোৰ ফালৰ পৰা একো চেষ্টাই নকৰিলো। কিন্তু খেতিয়ক সকলে প্ৰতিনিধিত্বৰ ভাৰ মোৰ ওপৰতেই জাপি দিলে।

বেচেৰা কেশৱ, সি কলেজৰ লেকচাৰাৰ আছিল। কোনেও তাৰ খবৰ লোৱা নাছিল। সি ক'ত আছে আৰু কি কৰিছে? আৰু মই বংশ মৰ্য্যাদাৰ বাবে কাউন্সিলৰ মেম্বৰ হলো। মোৰ বক্তৃতাবিলাক বাতৰি কাকতত ছপা হৈ ওলাবলৈ ধৰিলে। মোৰ প্ৰশ্নই প্ৰশংসা পাব ধৰিলে। কাউন্সিলত মোৰ সন্মান আৰু বাঢ়িল। ছুই এজন জনতাবাদী ভক্ত ওলাই আহিল। প্ৰথম পৰিস্থিতিত তেওঁবিলাক দম খায় আছিল। পাছত ওলাই আহিল। আমি লোকবাদিতাৰ এক দল গঠন কৰিলো আৰু কৃষক সকলৰ অধিকাৰ লাভ কৰাবৰ কাৰণে দ্ৰুত গতিৰে কাম কৰিবলৈ আৰম্ভ কৰিলো। বেচি ভাগ ৰাজ-কৰ্ম্মচাৰীয়েই মোক অৱহেলা কৰিবলৈ ধৰিলে। ছুই এজন সৎলোকে মোক ধম্‌কিও দিলে। তথাপি মোৰ পথ মই নেৰিলো। মানৱ সেৱাৰ এই সু-অৱসৰ হাতৰ পৰা কিয় এৰাই যাবলৈ দিম? ছুবছৰ হোৱাৰ লগে লগে ডাঙৰ

ডাঙৰ নেতা সকলৰ শাৰীত মোৰো গণনা হবলৈ ধৰিলে। মই বহুত পৰিশ্ৰম কৰিব লগাত পৰিছিলো। বহুত লিখিব-পঢ়িব লগাত পৰিছিলো আৰু কব লগাতো পৰিছিলো। তথাপি অধৈৰ্য্য নহলো। এই শ্ৰমৰ বাবে মই কেশৱৰ ঋণী আছিলো; তেৱেঁই মোক ইমান সুদক্ষ কৰিলে"।

মোলৈ কেশৱ আৰু ভাটিয়াৰ পৰা প্ৰায়েই চিঠি আহি-ছিল। মাজে সময়ে লজ্জায়ো মোলৈ লিখা হৈছিল। তাইৰ চিঠি বিলাকত শ্ৰদ্ধা আৰু প্ৰেমৰ মাত্ৰা দিনক দিনে বাঢ়ি আহিছিল। তাই মোৰ সেৱাত উৎসাহ দিলে আৰু প্ৰশংসা কৰিবলৈ ধৰিলে। মোৰ বিষয়ে তাইৰ আগেয়ে যি এটা শঙ্কা আছিল সি এতিয়া একেবাৰে নাইকিয়া হৈ পৰিছিল। মোৰ তপস্যাই দেবীক আকৰ্ষিত কৰিছিল। ইফালে কেশৱৰ চিঠিত উদাসীনতাৰ মাত্ৰা বাঢ়ি আহিছিল। কলেজত তাৰ ধনৰ অভাৱ হৈছিল। কলেজত কাম কৰা তিনি বছৰ হল তথাপি তাৰ উন্নতি নহৈছিল। তাৰ চিঠি বিলাকত এনে ভাব প্ৰকাশ হৈছিল সি জীৱনটোৰ প্ৰতি বিৰাগী হৈ উঠিছিল। হয়তো তাৰ মুখ্য কাৰণ এইটোৱেই যে তাৰ জীৱনৰ সুখময় কল্পনা বাস্তৱত চৰিতাৰ্থ নহল।

তৃতীয় বছৰৰ গৰম দিনত প্ৰফেচৰ ভাটিয়া মোক লগ পাবলৈ আহিল। আহি খুব প্ৰসন্ন হৈ গল। তাৰ এস-প্তাহৰ পাচত লজ্জাৱতীৰ পৰাও চিঠি আহিল। আদালতে বিজাল ট দিলে মোৰ ডিগ্ৰী হল। কেশৱ আজি প্ৰথম-

বাৰৰ বাবে মোৰ ওচৰত হাৰিল। মোৰ হৰ্ষোল্লাসৰ সীমা নোহোৱা হল।

ভাটিয়াৰ অভিপ্ৰায় আছিল ভাৰতৰ গোটেই দেশবোৰ ভ্ৰমণ কৰা। তেখেতে সাম্যবাদৰ এখন কিতাপ লিখি আছিল, যাৰ কাৰণে প্ৰত্যেকখন ডাঙৰ ডাঙৰ নগৰত কিছু অন্বেষণ কৰা আৱশ্যক আছিল। লজ্জাকো লগতে নিবলৈ ইচ্ছা কৰিছিল। ঠিক হল যে তেওঁলোক উভতি আহিলেই অহা চ'ত মাহত আমাৰ সংযোগ হব। মই এই বিয়োগত ঘৰ দুখৰে দিন নিয়াব ধৰিলো।

যেতিয়ালৈকে মই জানিছিলো যে বাজী কেশৱৰ হাততে থাকিব, মই নিৰাশ হৈ পৰিছিলো, পিচে শান্ত আছিলো। এতিয়া কিন্তু পূৰা আশা হৈছে আৰু কেশৱৰ হৈছে ঘোৰ অশান্তি।

* * *

মাৰ্চ্চ মাহ। কঠিন পৰিশ্ৰমৰ দিন গল। শস্য কটাৰ সময় আহিল। প্ৰফেচৰ চাহাবে ঢাকাৰ পৰা চিঠি দিলে যে কিবা এটা জৰুৰী কামৰ বাবে মাৰ্চ্চ মাহত তেওঁৰ ঘোৱা নহব, মে'তহে আহিব।

ইফালে ইয়াৰ মাজতে কাশ্মীৰৰ দীৱানলালা সোমনাথ কাপুৰ নৈনিতাললৈ আহে। তেওঁৰ সম্পৰ্কে ব্যৱস্থাপক সভাৰ বাদ-বিবাদ হৈ আছিল। গভৰ্ণৰৰ ফালৰ পৰা দীৱান চাহাবক পাৰ্টি দিলে, সভাৰ প্ৰতিনিধি সকলেও নিমন্ত্ৰণ পালে।

কাউন্সিলৰ ফালৰ পৰা মোৰ অভিবাদনৰ সৌভাগ্য ঘটিছিল। মোৰ বসবাসত দীৱান চাহাবে খুব পছন্দ কৰিলে। যাবৰ সময়ত মোৰ লগত তেখেতে কেইমিনিটমান কথা পাতিলে আৰু মোক তেওঁৰ ঘৰলৈ যাবলৈ নিৰ্দ্দেশ দি থৈ গল।

দীৱান চাহাবৰ লগত জীয়েক সুশীলাও আছিল। তেওঁ পিছফালে তলমূৰকৈ থিয় দি আছিল, যেন মাটিলৈ চাই কিবা পঢ়িহে আছিল। কিন্তু মই মোৰ চকু দুটাক বাধা দি ৰাখিব নোৱাৰিছিলোঁ। তেৱোঁ এবাৰ নহয় কেইবাবাৰো মূৰটো দাঙে, যি দৰে সৰু ল'ৰা-ছোৱালীয়ে কৌতুকৰ বস্তু এটা দেখিলে চুচুক-চামাককৈ এবাৰ চাই তাৰ পাচত মাকৰ ওচৰলৈ ভয়তে গুচি যায়, সেইদৰে সুশীলাইও আধা ৰাস্তাৰ পৰাই উভতি গল। মোৰ মনত এনে লাগিল লজ্জাৱতী যদি পুষ্পিত বাগিচা আছিল তেনেহলে সুশীলা শীতল পানীৰ ধাৰা আছিল; য'ত গছৰ তলৰ সেউজীয়া বনত আনন্দ-বিভোৰ পক্ষদলৰ, বিহগাৱলীৰ অপূৰ্ব্ব শোভা আৰু যেন ঢৌৰ মধুৰ সঙ্গীতহে। মই যেতিয়া ঘৰলৈ আহিলো এনে চঞ্চল গতিৰে আহিছিলো যেন আনন্দ বিভোৰ হৈয়ে আহিছোঁ। সৌন্দৰ্য্যই হৈছে জীৱনৰ সুধা। এই কাৰণেই ইয়াৰ প্ৰভাৱ প্ৰাণ ঘাটক হৈ পৰে।

বিচনাত বাগৰ দিলো। সুশীলাৰ ছবি মোৰ চকুত ভাহি উঠিল। আতৰ কৰিবলৈ চেষ্টা কৰিছিলোঁ। মোৰ ভয় হৈছিল জানোচা এক মুহূৰ্ত্তৰ দৰ্শনতে নিজক চঞ্চল্যি লক

নোৱাৰো। মইতো লজ্জাৱতীৰ হলোঁৱেই। তেৱেঁই এতিয়া মোৰ অধিকাৰিনী। সুশীলাৰ ওপৰত মোৰ কোনো অধিকাৰ নাছিল। কিন্তু মোৰ সকলো সংযম সকলো ভাবনা নিষ্ফল হল। পানীৰ ঢৌত নাৱৰ ৰচিয়ে কি বাধা দিব পাৰিব? শেহত হতাশ হৈ মই নিজকে বিচাৰ প্ৰৱাহত উটাই দিলোঁ। কিছুদূৰ মনৰ নাৱৰ প্ৰৱাহ দ্ৰুত গতিৰে তৰঙ্গৰ লগে লগে গৈ পুনৰ সেই সোঁতত বিলীন হৈ গল। ...

পাচদিনা ঠিক সময়মতে দীৱান চাহাবৰ ঘৰ ওলালোগৈ। এনেদৰে কঁপি আৰু জোকাৰ খাই গৈছিলো যেন কোনো এটা শিশুৱেহে বিজুলীৰ চক্‌মকনিত উচাপ খাই খাই চকু জিপি দিছে যাতে চক্‌মকনিৰ জ্যোতি আৰু দেখা নাপায়। এটা হোজা কৃষকৰো হয়তো আদালতত ইমান আশঙ্কা নহব চাগৈ। আচলতে এইটোৱেই আছিল যে মোৰ আত্মা পৰাস্ত হৈ পৰিছিল, তাত মোৰ প্ৰতিকাৰৰ একো উপায় নাছিল। দীৱান চাহাবে মোৰ হাতত হাত মিলাই আৰু দুইবা-ঘণ্টালৈকে আৰ্থিক আৰু সামাজিক প্ৰশ্নৰ আ-আলোচনা হবলৈ ধৰিলে। মই তেওঁৰ বহুজ্ঞতাৰ প্ৰতি আচৰিত হৈছিলো। এনেকুৱা বাক চতুৰ পুৰুষ মই খুব কমহে দেখিছোঁ। ষাঠি বছৰীয়া বৃদ্ধ গৰাকী যেন হাস্যৰসৰ ভাণ্ডাৰহে আছিল। নাজানো তেওঁৰ স্মৃতিত কিমান কবিতা, শ্লোক, কাহিনী থুপ খাই আছে। কথাই কথাই কিমান যে যুক্তি দাঙি ধৰি-

ছিল! দুখ লাগে এই প্ৰকৃতিৰ লোক আজি কালি লুপ্ত হৈ গৈছে। এই শিক্ষা প্ৰণালী বিলাক জানো কি ধৰণৰ আছিল সি এনে ৰত্ন উৎপন্ন কৰিবলৈ সক্ষম হৈছিল!

আজি কালি মানুহৰ সজীৱতা দেখা পোৱা কঠিন। প্ৰত্যেক প্ৰাণীয়েই যেন একোটা চিন্তাৰ প্ৰতিমূৰ্ত্তিহে, যাৰ মুখত হাঁহিৰ এটা আভাসো দেখা নাযায়। যি কি নহওক দীৱান চাহাবে প্ৰথমে চাহ তাৰ প'চত ফলাহাৰেৰে মোক অভ্যৰ্থনা কৰিলে। মই থাকি থাকি মাজে মাজে উৎসুক ভাবে ইফালে সিফালে চাবলৈ ধৰিলো। মোৰ কাণ দুখনেৰে সেই কণ্ঠস্বৰৰ ৰস-পাণ কৰিবলৈ উদ গ্ৰীব হৈ আছিলো। এফালে ভয়, এফালে আশা সংকোচ আৰু আকৰ্ষণৰ দুমোজাত মোৰ হৃদয় আকুল হৈ আছিল। লম্বা-ছোৱালীয়ে ঝুলনত বহিবলৈ ভয় কৰি-লেও কিন্তু উঠিবলৈ হেপাহ কৰে।

পিচে ৰাতি ন বাজি গল। মোৰ উঠিবৰ সময় হল। পেটে পেটে লাজো পাইছো যে দীৱান চাহাবে কি ভাবিছে চাগে? ভাবিছে চাগে—একো কাম নাই, নাযায় কিয়? দুই আঢ়ৈ ঘণ্টা হল দেখোন। কথাও প্ৰায় শেষ হল। সেই নীৰৱতা উপস্থিত হৈ কয় যেন এতিয়া যোৱা, পুনৰ দেখা সাক্ষাৎ হব। মই উঠিবৰ ইচ্ছা কৰিও উঠিব পৰা নাই। মৃত্যু পথৰ যাত্ৰীয়ে কিবা এটাৰ প্ৰতীক্ষা কৰি থকাৰ দৰে ময়ো বৈ আছোঁ। এনেতে ৯৷৷ বাজি গল। এতিয়া

বিদায় লোৱাৰ বাহিৰে অন্য উপায়ো নাই। মন নিৰাশাত ডুবি যায়।

যাক মই ভয় বুলি ভাবিছিলো বাস্তৱিকতে সেইটো ভয় নহয়, মাত্ৰ ঔৎসুক্যৰ চৰম সীমাহে আছিল। তাৰ পৰা যেতিয়া উঠি আহিছিলো তেতিয়া মই এনেকুৱা শিথিল আৰু নিৰ্জ্জীৱ হৈ পৰিছিলো যেন মোৰ প্ৰাণটো ওলাইহে গল। নিজকে ধিক্কাৰ দিলো মোৰ ক্ষুদ্ৰতাৰ ওপৰত; লজ্জিতো হলো। তুমি ভাবিছা আমিয়েই সকলো, ইয়াত কাৰো তোমালৈ খবৰ নাই। কোনোবা মৰকেই বা হাজকেই তাত পৰোৱাই নাই। ময়ো ধৰি ললো তেওঁৰ স্বভাৱ সেই তেনে বে-পৰোৱাই ছোৱালীৰ দৰেই। সংসাৰত অৱশ্যে বে-পৰোৱাই ছোৱালী কম নাই। সৌন্দৰ্য্যও এনে দুৰ্লভ বস্তু নহয়। যদি প্ৰত্যেক ৰূপৱতী আৰু গৰ্ব্বৱতী গাভৰু দেখি তোমাৰ এই অৱস্থা হয় তেনেহলে জানিবা তোমাৰ ৰক্ষাকৰ্ত্তা ভগৱানহে হব। তেৱোঁ ভাবিছে চাগৈ সেইদৰে যে প্ৰত্যেক ৰূপবান ডেকাৰ প্ৰতি তেওঁৰ চকু উঠে কিয়? কুল বংশৰ ছোৱালী এনে হলে ভাল নেদেখায়। পুৰুষৰ কাৰণে যদি ৰূপ-তৃষ্ণা নিন্দা-জনক হয় তিৰুতাৰ কাৰণে সি হব বিনাশ কাৰক।

দ্বিতীয় দিনাখনৰ কথা। মই আগফালে বাৰান্দাখনতে বহি কিবা কাগজ অলপ চাই আছোঁ। ক্লাবলৈ যাবলৈকো মন যোৱা নাই। মনটো বৰ বেয়া লাগি আছিল। হঠাৎ মই ৰাস্তাত দেখা পালো দীৱান চাহাবক ঘোঁৰা বাগীত

আহি থকা। তেওঁ মটৰক আকৌ ঘৃণা কৰে। তেওঁ কয় সেইখন হেনো পৈশাচিক উৰণ খাটোলা। যি হওক, তেওঁৰ কাষতে জীয়েক সুশীলাও বহি আহিছিল। মোৰ বুকুখন ঢপ্ ঢপাই উঠিল! তেওঁৰ দৃষ্টি মোৰ ওপৰত পৰক নপৰক মই কিন্তু তেওঁৰ ফালেই ফেল ফেলকৈ চাই আছিলোঁ, যেতিয়ালৈকে মোৰ চকুৰ পৰা ঘোঁৰা-বাগীখন অদৃশ্য হৈ নগল।

তৃতীয় দিনাখনো আকৌ বাৰান্দাখনতে বহোহি। চকু ৰাস্তাত। বাগী আহিল আৰু গল। তেওঁলোকৰো নিত্য এইটোৰেই কাম হল। আৰু মোৰো কাম হৈছিল দিনটো বাৰান্দাত বহি থকা। ধৰিবই নোৱাৰো কেতিয়া ঘোঁৰা বাগী আহে আৰু যায়। বিশেষকৈ ইবেলা নিজৰ ঠাইৰ পৰা উঠাৰ নামেই নলৈছিলোঁ।

এই দৰেই এমাহ বাগৰি যায়। এতিয়া মোৰ কাউন্সিলৰ প্ৰতিও উৎসাহ নোহোৱা হল। বাতৰি কাকত বা উপন্যাস নাটকতো মন-চন নবহা হল। কলেকো যাবলৈকো ইচ্ছা নোযোৱা হল। মই ভাবি নেপাওঁ প্ৰেমিক বিলাক কেনেকৈ জঙ্ঘল, পাহাৰ, কাঁইটত আবদ্ধ হৈ মনৰ চঞ্চল গতিৰে আৰোহণ কৰি ফুৰে! মোৰ কিন্তু এনেকুৱা লাগিছে যেন ভৰি ছুটা শিকলিৰে বান্ধিহে থৈছে।

ওঁ, মোৰ কেৱল কাম হৈছে বাবান্দাখনতে বহি ঘোঁৰা বাগী খনলৈ অপেক্ষা কৰা। মোৰ শক্তি একেবাৰে লোপ পালে। মই ইচ্ছা কৰা হলে ইংৰাজ শিষ্টতাৰ অনুসাৰে

দীৱান চাহাব আৰু সুশীলাক মোৰ ইয়ালৈ নিমন্ত্ৰণ কৰিব পাৰিলোহেঁতেন। কিন্তু বাস্তবিকতে কবলৈ গলে এতিয়ালৈকে তেওঁলৈ ভয় কৰিয়েই আছিলোঁ। এতিয়াও মই লজ্জাৱতীকে প্ৰণয়িনী বুলি ভাবি আছিলোঁ। তাই এতিয়া মোৰ হৃদয়ৰ ৰাণীয়েই হৈ আছিল, লাগিলে তাৰ ওপৰত অন্যৰ আধিপত্যই হওক। এইদৰে এমাহ বাগৰি যায়; কিন্তু মই লজ্জালৈ চিঠি-পত্ৰ দিয়া নাই। মোৰ সামৰ্থ্যও নাছিল তাইলৈ চিঠি দিবলৈ। সম্ভৱ তাইৰ লগত চিঠিৰ আদান-প্ৰদানক মই নৈতিক অত্যাচাৰ বুলি ভাবি লৈছিলোঁ। মই তাইক ফাঁকি দিছিলোঁ। মোৰ এতিয়া তাইক মলিন অন্তঃকৰণৰে অপৱিত্ৰ কৰিবলৈ অধিকাৰ নাছিল। ইয়াৰ পাচত কি হব? এইটো চিন্তাই অহৰ্নিশে কঁৱলীৰ আৱৰণৰ দৰে মোৰ হৃদয়ত ছাঁ হৈ ঘুৰি ফুৰিছিল। জীৱনটো মৰুস্থলৰ দৰে শূন্য হৈ পৰিছিল। চিন্তা-ভাবনাত দিনে দিনে খীণাই যাবলৈ ধৰিলো। বন্ধুইঁতে কেতিয়াবা সোধে "আপোনাৰ কি হৈছে? মুখখন দেখোন নিস্তেজ হৈ পৰিছে!"

খোৱা-বোৱাত অৰুচি হয়। শুবলৈ যাওঁ, কিন্তু এনেকুৱা লাগে যেন কোনোবাই মোক সজাতহে বন্দী কৰি থৈছে। কোনোবাই মোক লগ পাবলৈ আহিলেও মনটো বিৰক্ত হৈ উঠে। মোৰ যে কি বিচিত্ৰ অৱস্থা হৈছিল! এদিন সন্ধিয়া সময়। দীৱান চাহাবৰ বাগীখন মোৰ ঘৰৰ পদূলিতে ৰলহি। ভেখেতে কিবা ব্যাখ্যা সংগ্ৰহ প্ৰকাশ কৰিছিল আৰু তাকে

মোক দিবলৈ আহিছিল। মই তেখেতক বহিবলৈ আস্ত-ব্যস্তকৈ অনুৰোধ কৰিলো। কিন্তু তেখেতে কলে যে সুশীলাই ইয়ালৈ আহিবলৈ সংকোচ কৰিব পাৰে। বাগীতো অকলে অকলে বহি অধৈৰ্য্য হৈ পৰিব বুলি দীৱান চাহাব যাবলৈ ওলায়। মইও তেওঁৰ লগে লগে ঘোঁৰা-বাগীৰ ওচৰ পাওঁহি। যেতিয়া তেখেত বাগীত বহিল ময়ো নিঃসঙ্কোচে আশাভৰা চাৱনিৰে চাই থাকো সুশীলালৈ। যিদৰে গৰমত খুব পিয়াহত কেতিয়া পানী পাই, পানী পাই বুলি বাট চাই থাকে সেইদৰে। এই দৃষ্টিত এনে এটা উগ্ৰ চঞ্চল কৰুণামিশ্ৰিত দৃষ্টি আছিল সি প্ৰাণ থকা কিয় পাথৰৰ মূৰ্ত্তিকো দ্ৰবীভূত কৰি তুলিব। সুশীলা তাতে নাৰী আছিল। তায়ো মোৰ ফালে চালে, নিৰ্ভিক সৰল চাৱনিৰে। তাত অলপো থেৰো-গেৰো ভাব নাছিল। মই তেওঁৰ ওচৰত পৰাস্ত হলো বুলি যি এটা সংকোচ ৰাখিছিলো এই দৃষ্টিয়ে মোৰ সেই ভাব দূৰ কৰি দিলে। লগে লগে মোৰ হৃদয়ত অমৃতৰ ধাৰাও যেন বোৱাই দিলে। মোৰ হৃদয় আৰু আত্মাত এক নতুন শক্তিৰ সঞ্চাৰ হল। ঘৰলৈ যেতিয়া ফিৰিলো ইমান যে প্ৰফুল্লিত হৈ পৰিছিলো যেন কল্প বৃক্ষহে পালোঁ।

পাচ দিনাই প্ৰফেচৰ ভাটিয়ালৈ চিঠি লিখিলো।

'মই আজি কেইবাদিনৰ পৰা গুপ্ত ৰোগাক্ৰান্ত হৈ আছো। যিমান দূৰ সম্ভৱ যক্ষ্মা আৰম্ভ হৈছে। গতিকে এই মাহতে বিয়া হোৱাতো উচিত নহব।'

আচলতে মই লজ্জাৱতীৰ পৰা আতৰত থাকিবলৈ বিচাৰিছিলে ! যাতে তাইৰ দৃষ্টিত মোৰ মৰ্য্যাদা ৰয়। মাজে মাজে মই মোৰ স্বাৰ্থপৰতাত নিজৰ ওপৰতেই খং উঠে। লজ্জাৰ লগত এই ছলনা-বিশ্বাসঘাটকতাত নিজৰ দৃষ্টিতে নিজে হীন যেন লাগিছিল। কিন্তু উপায় কি ? নিজৰ মনটোক যে বশ কৰি ৰাখিব নোৱাৰো। সেই অৱলাই শুনিলে কিমান দুখ পাব ভাবি মাজে মাজে কান্দি উঠো। সঁচাকৈয়ে এতিয়ালৈকে সুশীলাৰ স্বভাব, বিচাৰ, মনোবৃত্তি আদিৰ একো পৰিচয় পোৱা নাছিলোঁ। কেৱল ৰূপ-লাৱণ্যৰ মোহত পৰি চিৰ সঞ্চিত অভিলাস বোৰক বলিদান দিছিলো। যি দৰে অবোধ ল'ৰা-ছোৱালীয়ে মিঠাইৰ নাম শুনিলে চাউল গাখীৰো লঠিয়াই দিয়ে।

মই প্ৰফেচৰলৈ লিখিছিলো, লজ্জাৱতীৰ আগত মোৰ বেমাৰৰ কথা উল্লেখ নকৰিবলৈ। কিন্তু প্ৰফেচৰ ইমান গভীৰ ভাবৰ নাছিল। চাৰিদিনৰ পাচতে লজ্জাৰ পৰা চিঠি আহিল। তাই প্ৰাণ খুলি লিখিছিল,—'তুমিয়েই মোৰ সৰ্ব্বস্ব। আনকি মই বৈধব্য পালন কৰিবলৈকো প্ৰস্তুত আছোঁ।' তাইৰ ইচ্ছা আমাৰ যেন মিলনৰ ক্ষন্তেকো বিলম্ব নহয়।

হায় ! এই চিঠিখন লৈ এঘণ্টা মানলৈকে মই সংজ্ঞাহীন ভাবে বহি থাকো। এই অলৌকিক আত্ম-মৰ্য্যাদাৰ ওচৰত মোৰ ক্ষুদ্ৰতা স্বাৰ্থপৰতা কিমান ঘৃণনীয় আছিল !

# লজ্জাৱতী

ইফালে লজ্জাৱতীয়ে ভাবে, সাবিত্ৰীয়ে সকলো বিলাক জানিও সত্যবানক বিয়া কৰোৱা নাছিল নে? তেন্তে মই ভয় কৰিম কিয়? মোৰ কৰ্ত্তব্য পথৰ পৰা কিয় আঁতৰি আহিম? ঠিক, মই তেওঁৰ বাবে ব্ৰত কৰিম, তপস্যা কৰিম। ভয়ে তেওঁৰ পৰা মোক বেলেগ কৰি ৰাখিব নোৱাৰে। তেওঁৰ প্ৰতি মোৰ ভালপোৱা ইমান কেতিয়াও নাছিল, কেতিয়াও ইমান অধীৰ নহৈছিলো। এতিয়া মোৰ পৰীক্ষাৰ মুহূৰ্ত্ত আহি পৰিছে। মই সিদ্ধান্ত কৰি পেলালোঁ। দেউতা এতিয়া উভতি আহিব। হাত খালি; বোধকৰো দুই চাৰি মাহৰ পাছতহে বিয়াৰ জোগাৰ কৰিব। কিন্তু মই পলম কৰিব নোৱাৰো। আমাৰ আত্মা চিৰজীৱনৰ বাবে সংযোগ হৈ যাব লাগিব। এই মাহতেই দুয়ো এক হৈ যাম। পিচত যাতে একো বিপদ দুৰ্ঘটনাই তেওঁক মোৰ পৰা পৃথক কৰি ৰাখিব নোৱাৰে। এতিয়া মোৰ এনে লাগিছে এদিন বিলম্বয়েই অসহ্য হৈছে। মই নীতি-নিয়ম, চিকিৎসা-ডাক্তৰ একোতেই বশ নহওঁ। এইবোৰৰ দাসো নহওঁ। দেউতাও অৱশ্যে

এইবোৰৰ ভক্ত নহয়। তেনেহলে সোনকালে নৈনিতাললৈ যোৱাৰহে কথা। গৈ তেওঁৰ শুশ্ৰূষা কৰিম, ধৈৰ্য্য ধৰাম। মই তেওঁক চিন্তা ভাৱনা আদি সমস্ত বাধা-বিঘিনীৰ পৰা মুক্ত কৰিম। তেওঁৰ জমিদাৰীৰ সকলো বোজা মই হাতত লম। কাউন্সিলৰ কামতহে ইমান ব্যস্ত হৈ থকাৰ কাৰণে তেওঁৰ এই অৱস্থা হৈছে। কাগজে-পত্ৰে বেচিভাগ তেওঁৰেইতো কথা, প্ৰশ্ন, বক্তৃতা, আলোচনা দেখিবলৈ পাওঁ। মই তেওঁক অনুৰোধ কৰিম যাতে কিছুদিনৰ বাবে কাউন্সিলৰ কামত অৱসৰ লয়।......তেওঁ মোৰ গান ইমান মন দি শুনিছিল! মই গান গাই তেওঁৰ হৃদয় প্ৰসন্ন কৰি ৰাখিম। গল্প-কাহিনী কৈ শুনাম। আমাৰ দেশত এই ৰোগৰ ঔষধেই নাই। মই তেওঁৰ ভৰিত ধৰি প্ৰাৰ্থনা কৰিম যাতে কিছুদিনৰ কাৰণে ইউৰুপলৈ গৈ কোনো চেনিটৰিয়ামত থাকি চিকিৎসা কৰাওক। কাইলৈকে মই কলেজৰ পৰা এই ৰোগৰ সম্বন্ধে কিতাপ আনি ভালকৈ অধ্যয়ণ কৰি চাম। দুদিনমান কলেজ ক্ষতি হব, হওক। মই আজিয়েই নৈনিতাললৈ যোৱা বিষয়ে দেউতাৰ লগত আলোচনা কৰিম।

০ ০ ০ ০

উস্! কালিতো তেওঁক দেখি চিনিবই পৰা নাছিলোঁ। কি সুন্দৰ স্বাস্থ্যৰ শৰীৰ, কি সুন্দৰ চেহেৰা, কি অৱস্থা হল! তিনিটা বছৰতেই ইমান পৰিবৰ্ত্তন হৈ গল! মুখৰ বৰণ হালধীয়া পৰিল, শৰীৰ খীণাই খৰিকা যেন হল। খোৱা-




বোৱাতো আগৰ আধাও নাখায়. অনবৰত চিন্তা কৰিয়েই থাকে। কলৈকো অহা-যোৱাও কৰা দেখা নাই। ইমান বিলাক চাকৰ-বাকৰ আছে, সুৰম্য স্থান আছে, আমোদ প্ৰমোদৰ সকলো বস্তুৱেই প্ৰস্তুত আছে। কিন্তু তেওঁ নিজৰ জীৱনটো অন্ধকাৰময় বুলি ভাবি লৈছে। কালমুখী ৰেমাৰৰ সত্য নাশ হওক। আৰু যদি এয়েই হয় মই স্বীকাৰ নকৰিম কিয়? ৰেচ প্ৰেম ভাবেৰেই তেওঁক আদৰ অভ্যৰ্থনা কৰিম। যদি এনেকুৱা উপায় হলহেতেন যে তেওঁৰ গাৰ ৰেমাৰ এবাৰ আহি মোৰ গাত ধৰিলে হয়! আগেয়ে মোক দেখিলেই তেওঁ কেনেকৈ আনন্দত ফুটি উঠে, মইও হাঁহি দিওঁ। পিছে ইয়াত দেখোন একেবাৰে বেলেগ দেখিছোঁ, এবাৰো তেওঁৰ মুখত হাঁহিৰ আভাস দেখা পোৱা নাই। প্ৰথমে যেতিয়া মই বাৰান্দাত ভৰি দিছিলো তেতিয়া নিশ্চয় হাঁহিছিল। কিন্তু ইমান নিৰাশ ভাবে! দেউতাই চকুপানী বাধা দি ৰাখিব নোৱাৰিলে, বেলেগ কোঠা এটালৈ গৈ চকুপানী টুকি থাকিল বহুত পৰলৈকে। মানুহে কয় কাউন্সিলৰ লোক সকলে কেৱল সন্মান প্ৰতিষ্ঠা লাভ কৰিবলৈ যায়। তেওঁলোকৰ লক্ষ্য কেৱল নাম-খ্যাতি অৰ্জ্জন কৰাহে। বেচেৰা মেম্বৰ সকলৰ বাবে ই কিমান কঠোৰ উপহাস! কিমান ঘোৰ কৃতঘ্নতা! জাতিৰ সেৱাৰ বাবেই শৰীৰ দুৰ্ব্বল কৰিব লগাত পৰে, তেজ পানী কৰিব লাগে। এয়েই হৈছে জাতিসেৱাৰ পুৰস্কাৰ!

পিচে ইয়াত দেখিছো চাকৰ বিলাকৰো মালিক সম্পৰ্কে কোনো চিন্তা নাই। দেউতাই দুই এজন লগ পোৱা বন্ধু-বান্ধৱক বেমাৰৰ বিষয়ে উল্লেখ কৰিলে! কিন্তু তেওঁলোকেও ভ্ৰূক্ষেপ নকৰিলে। এইবোৰেই বন্ধুৰ সহানুভূতি নিদৰ্শন!

প্ৰত্যেককে দেখিছোঁ নিজৰ নিজৰ কাম লৈয়ে ব্যস্ত। কাৰো প্ৰতি কোনেও খবৰ নকৰে। অ' ময়ো এতিয়া বুজিছোঁ যে যক্ষ্মা হোৱা বুলি ভবাতো ভ্ৰমহে! তাৰতো একো লক্ষণো দেখা নাই। হে' পৰমাত্মা, মোৰ অনুমান যেন সঁচা হয়। মোৰ কিন্তু অন্য কিবা ৰোগ যেন হে লাগিছে। থাৰ্ম্মো-মিটাৰ দি চাইছিলোঁ, তাপ অলপহে আছিল। এওঁৰতো কোনো আকস্মিক পৰিবৰ্ত্তনো হোৱা নাই। যদি সেইটো বেমাৰ হয় তেন্তে প্ৰাৰম্ভিক অৱস্থাহে। একো চিন্তা নাই, উচিত যত্ন ললেই শিপাৰে সৈতে উঘালি পেলাব পৰা যাব। কালিৰ পৰাই মই তেওঁক সদায় ফুৰাবলৈ লৈ যাম। মটৰ গাড়ীৰ একো আৱশ্যক নাই, ঘোঁৰা-বাগীত লৈ গলেহে ভাল হব। তেওঁক নিজৰ প্ৰতি অসাৱধান দেখিছোঁ।

দিনটোত ১৯।২০ বাৰ মান থাৰ্ম্মোমিটাৰ দি চাইছো, পথ্যা-পথ্যত বেচ বিচাৰ ৰাখিছোঁ। তেওঁ ফল, গাখীৰ আৰু অন্য পুষ্টিকাৰক খাদ্য খায়। কিন্তু মই যদি পাকঘৰত মন দি বস্তু বনাই আনি তেওঁৰ আগত ৰাখো তেতিয়া দেখোন অলপ খায়েই উঠি আহে। মোৰ যিমান দূৰ বিশ্বাস নিশ্চয় আন কিবাহে হৈছে। যদি সময় পাওঁ ইয়াৰ কাৰণ উলিয়াম।

একো চিন্তা নাই। ঐশ্বৰ্য্যৰ বোজা হোৱা নাইতো! কম-বেচি নিশ্চয় অলপ হৈছে। এইটো ধনী সকলৰ হয়েই।

• • • •

নানা চিন্তাই মোক ইমান অতিষ্ঠ কৰি তুলিছে যে একো লিখিবৰে মন নোযোৱাত পৰিছে। মোৰ সমস্ত অভিলাষ মাটিত বিলীণ হৈ গল। হায় নিয়তি! মই নিজেই কিমান ভাগ্যৱতী বুলি ভাবিছিলো কিন্তু এতিয়া মোতকৈ দুখী জীৱ আৰু নাই চাগে। সেই অমূল্য ৰত্ন, যাক মই ইমান তপস্যা উপাসনা কৰিও লাভ কৰিব নোৱাৰিলো তেওঁক এই মৃগনয়নীয়ে অতি সহজেই লাভ কৰি ললে। দৰকা চৰণে তেওঁক দেখিছেহে কেতিয়াও চাগে দুয়োৰো মাজত কথা-বাৰ্ত্তা হোৱাৰো সময় হোৱা নাই। কিন্তু তাতে তেওঁ কিমান অনুৰক্ত হৈ পৰিছে! তেওঁৰ প্ৰতি প্ৰেমত উন্মত্ত হৈ পৰিছে।

ভগৱানে পুৰুষক হৃদয় দিয়া নাই, চকুহে দিছে। এওঁলোকে হৃদয়ক আদৰ কৰিব নেজানে। কেৱল ৰূপ-ৰঙৰ ওপৰতে বিক্ৰী যায়। যদি মোৰ কোনো ৰকমে বিশ্বাস হয় যে সুশীলাই এওঁক মোতকৈ বেচি আনন্দত ৰাখিব পাৰিব, তেওঁৰ জীৱন সাৰ্থক কৰি তুলিব পাৰিব তেনেহলে তেওঁৰ বাবে ঠাই খালি কৰি দিবলৈ একো আপত্তি নাই। কিন্তু ইমান পাষানী আৰু গৰ্ব্বিতা যে ভয় হয় জানোচা ক'ৰবাত দৰকাচৰণে পস্তাব লগীয়া হয়। কিন্তু ই হৈছে মোৰ স্বাৰ্থ কল্পনা। সুশীলা গৰ্ব্বিতা সঁচা, পাষাণ-বিলাসীও সঁচা, তথাপি

দৰকাচৰণে তেওঁকেই প্ৰেম সমৰ্পণ কৰিছে। তেওঁ বুদ্ধিমান, চতুৰ আৰু দূৰদৰ্শী। নিজৰ লাভ-লোকচান ভাবিব পাৰে। তেৱেঁা নিশ্চয় ভাবি চিন্তিয়ে এই সিদ্ধান্ত লৈছে, চাগৈ। যদি তেওঁৰ মনত এইটো বহি লৈছে তেন্তে মোৰতো একো অধিকাৰ নাই। কিয় মিছাই তেওঁৰ সুখৰ পথত কাঁইট হওঁ। মই ধৈৰ্য্য ধৰি মনটোক বুজাই ভগ্ন হৃদয় লৈ বিদায় লোৱাহে কথা!

পৰমাত্মাৰ ওচৰত এইটোৱেই প্ৰাৰ্থনা কৰিছোঁ যাতে তেওঁক সুখতে ৰাখে। মোৰ অলপো ইৰ্ষা, অলপো খং উঠা নাই। মই হৈছোঁ তেওঁৰ ইচ্ছাৰ দাস। যদি তেওঁ মোক বিহ দিয়ে খাবলৈ তাক মই আনন্দ আৰু আগ্ৰহৰেই খাম। প্ৰেমেই হৈছে জীৱনৰ প্ৰাণ। আমি এই লৈয়েই জীয়াই থাকিবলৈ ইচ্ছা কৰো। যদি ইয়াৰ বাবেই মৰো তেনেহলে মোৰ ভাগ্য ধন্য হব! মই আতৰি গলেই যদি সকলো কাম সমাধা হব পাৰে তেতিয়া মোৰ অস্বীকাৰ কৰিবলৈ একো নাই। ভগৱানৰেই ইচ্ছা!

কিন্তু মানৱ শৰীৰ পাইও মই মায়া-মোহৰ পৰা আতৰ হৈ থাকিব লগীয়া হলোঁ! যি প্ৰেমক ইমান দিন লালন পালন কৰি ৰাখিলো চকুৰ আগত তাক পদদলিত হোৱা চাই ৰাখিব নোৱাৰিম। হৃদয় বিদীৰ্ণ হৈ গৈছে। মোৰ এনে লাগিছে যেন কাগজ বিলাক সাতুৰি গৈছে, চকু দুটা উড়ি যোৱাৰ দৰে লাগিছে। কেনেকৈ মনটো বান্ধো! উস

যাক নিজৰ বুলি ভাবি সৰ্ব্বস্ব চৰণত অৰ্পণ কৰি দিছিলো, যাৰ সহায়ত জীৱন পল্লৱিত হৈছিল, যাক হৃদয়-মন্দিৰত পূজা কৰি আছিলো, যাৰ স্মৃতিত মনত নথৈ আনন্দ লাভ কৰিছিলো সিয়েই আজি অনন্ত কালৰ বাবে বিদায় হৈ যাবলৈ ওলাইছে! অস্! মই কাক মিনতি কৰিম? কাৰ ওচৰত কান্দিম? কাক নিজৰ দুখৰ কথা শুনাম? মোৰ হৃদয়ত এই বজ্ৰাঘাত কেনেকৈ সহ্য হব পাৰে বাৰু! এই আঘাতে মোৰ প্ৰাণ লৈয়ে এৰিব। ভালেই হব। প্ৰেম বিহীন হৃদয়ৰ বাবে সংসাৰ খনেই কাল-কুঠৰী, নৈৰাশ্য আৰু অন্ধকাৰময় বুলি মই জানো।

যদি দেউতাই জোৰ দিয়ে তেওঁ বিয়া কৰাবলৈ সাজু হব। তেওঁ হৈছে বিনয়ৰ অৱতাৰ। কেৱল মোৰ মন ৰাখিবলৈ, প্ৰাণৰ লগত খেলা কৰিব। তেওঁ হৈছে সদাচাৰী পুৰুষ। যি জনে আজিলৈকে "নহয়, নাই" কবলৈ শিকা নাই। এতিয়ালৈকে তেওঁ দীৱান চাহাবৰ জীয়েক সুশীলাৰ লগত কথা-বাৰ্ত্তাও হোৱা নাই। সন্তৱ মোৰ মনোভাবলৈ বাট চাইছে। এই অসামঞ্জস্যতাৰ কাৰণেই তেওঁৰ এই অৱস্থা হব লগা হৈছে। তেওঁ মোক সদায় সুখত ৰাখিবলৈকে চেষ্টা কৰিব। মোৰ হৃদয়ত কেতিয়াও দুখ নিদিয়ে। সুশীলাৰ বিষয়ে কোনো কথা ভুলতো চৰ্চ্চা নকৰিব চাগৈ।

তেওঁৰ স্বভাৱ ভাল দৰেই জানো। এওঁ নৰবন্ধুৰ এজন! কিন্তু মই তেওঁৰ ভৰিৰ শিকলি হবলৈ ইচ্ছা নকৰো। বি

কষ্ট হয়, নিজৰে হওক। ডুবিব যদি লাগে নিজেই ডুবিম। লগতে তেওঁকো বুড়্‌বাম কিয়? এইটোও জানো যদি এই শোকে মোক দুৰ্ব্বল কৰি প্ৰাণ নাশ কৰে, তেতিয়া তেওঁ নিজক কেতিয়াও ক্ষমা নকৰে। গোটেই জীৱনত তেওঁৰ ক্ষোভ আৰু গ্লানিয়ে সাক্ষাত কৰি থাকিব। তেওঁ কেতিয়াও শান্তি নেপাব। কি ভীষণ সমস্যা! মোৰ মৰিবলৈকো স্বাধীনতা নোহোৱা হল! মই তেওঁক সুখত ৰাখিবৰ হলে ময়ো অন্তৰখন প্ৰসন্ন কৰি ৰাখিব লাগিব। তেওঁৰ লগত অভিনয় কৰিব লাগিব। তিৰুতাৰ বিচিত্ৰ খেলা-খেলি দেখুৱাব লাগিব যে এই বেমাৰৰ বাবে বিবাহৰ কথা-বাৰ্ত্তা অপৰিহাৰ্য্য। ইয়াৰ বাহিৰে উদ্ধাৰৰ একো ব্যৱস্থা দেখা নাই। হে পৰমাত্মা, মোক শক্তি দিয়া যাতে এই পৰীক্ষাত সফলতা লাভ কৰিব পাৰো।

# দৰকাচৰণ

এটা দৃষ্টিতেই নিশ্চিত হলো। লজ্জাই মোক জয় কৰি লৈছিল এক দৃষ্টিতেই, সুশীলাইও, এওঁৰ দৃষ্টিত আছিল প্ৰবল আকৰ্ষণ, মনোহৰ সাৰল্য, আনন্দৰ উৎস, তাক কোনো ৰকমে লুকুৱাইও লুকাই ৰাখিব নোৱাৰিছিল। খেলিবলৈ যেন খেল-নাহে পাইছিল! লজ্জাৰ চাবনিত আছিল ক্ষমা, করুণা, নৈৰাশ্য আৰু বেদনা। মোৰ ইচ্ছাৰ ওপৰত নিজকে বলি-দান দিছিল। আত্ম পৰিচয় তাতেই সিদ্ধি হৈছে। তেওঁ বুদ্ধি দীপ্ত শক্তিৰে সকলো বুজি লৈ ৰায় দি দিলে। মোৰ সুখত তাই বাধক হবলৈ ইচ্ছা কৰা নাছিল। তাৰ জগতে এইটোও প্ৰকাশ কৰিবৰ ইচ্ছা কৰিছিল যেন তোমালৈ পৰোৱাই নকৰো। কিন্তু মনোবৃত্তি হৈছে সুগন্ধ বস্তুৰ দৰে, তাক লুকালেও নুলুকায়। তেওঁৰ নিষ্ঠুৰতাতো নৈৰাশ্য বেদনা, মিচিকিয়া হাঁহিত দেখা পাইছিলো চকুলোৰ জিলিকনি। তেওঁ মোৰ দৃষ্টিৰ পৰা আতৰ হৈ কিয় পাকঘৰত গৈ মোৰ ৰুচি অনুযায়ী বস্তু তৈয়াৰ কৰি আহিছিল? তেওঁ ৰাক মোৰ চাকৰ-নাকৰক মোক আৰামত ৰাখিবৰ কাৰণে মনে মনে

কিয় হুকুম দিছিল ? সমাচাৰ-পত্ৰ বিলাক মোৰ পৰা কিয় লুকুৱাই ৰাখিছিল ? আৰু কিয় বাৰু সন্ধ্যা সময়ত ফুৰিবলৈ যাবলৈ বাধ্য কৰাইছিল ? তেওঁৰ প্ৰত্যেক কথাই, হৃদয়ৰ পৰ্দাখন দাংখুৰাই দেখুৱাইছিল। সেইদিনা কথাই কথাই প্ৰফেচৰ চাহাবে মোক ব্যঙ্গ কৰিছিল, ধন সম্পত্তিৰ দাস বুলি কৈছিল. সাম্যবাদক হাঁহি উৰুৱাই দিছিল তেতিয়া লজ্জাই কি কৌশলেৰে কথাৰ ধাৰ ঘুৰাই লৈছিল ! পিছত নাজানো প্ৰফেচৰে তেওঁক কি কলে ? মই বাৰাণ্ডাত বহি শুনি আছিলো। বাপেক-জীয়েকে বাগিচাত বহি কিহবাৰ বিষয়ে বাদ-বিসম্বাদ কৰি আছিল।

কোন এনেকুৱা হৃদয় শূন্য প্ৰাণী আছে যি নিষ্কাম সেৱাত বশীভূত নহব ? লজ্জাৱতীক মই বহুত দিনৰে পৰা জানো। পিচে আজি সাক্ষাতত অনুভৱ কৰিছো তাইৰ প্ৰকৃত ৰূপ দেখি। প্ৰথমে মই তাইৰ ৰূপ ৰাশি, উদাৰ বিচাৰ আৰু মৃদু বাণীৰ ভক্ত আছিলো। কিন্তু তাইৰ উজ্জ্বল দিব্য আত্মজ্যোতি মোৰ চকুৰ পৰা আতৰ হৈ আছিল। মই এতিয়া প্ৰকৃততে জানিব পাৰিছোঁ যে লজ্জাৰ প্ৰেম কিমান গভীৰ, কিমান পবিত্ৰ, কিমান অগাধ ! এই অৱস্থাত তেওঁ নহৈ যদি অইন তিৰুতা হলহেঁতেন তেন্তে নিশ্চয় বাউলী হৈ পৰিল হেতেন। মোৰ প্ৰতি নহলেও সুশীলাৰ প্ৰতি নিশ্চয় জ্বলি উঠিলহেঁতেন, অন্তৰে অন্তৰে পুৰি মৰিলহেতেন, তাই ঃ ব্যঙ্গ-ইতিকিং কৰি হৃদয় বিন্ধিলেহেঁতেন ! আপুনি হয়তো মোক ধূৰ্ত্ত, কপটীয়া, পাষাণ আৰু

নাজানো কি কি কলেহেতেন ! কিন্তু লজ্জাই কি বিশুদ্ধ প্ৰেম ভাবেৰে সুশীলাক আদৰ অভ্যৰ্থনা কৰিলে, মই সেইটো কেতিয়াও পাহৰিব নোৱাৰো। মলিনতা, সঙ্কীৰ্ণতা কটুতা লেশমাত্ৰও নাছিল। যিদৰে সুশীলাৰ হাতত ধৰি ঘুৰাই লৈ ফুৰিছিল যেন সৰু ভনী জনীহে আজি ভেওঁৰ আলহী হৈছেহি। সুশীলাইও তাইৰ ব্যৱহাৰত মুগ্ধ হৈছিল। আহা ! সেই দৃশ্য চিৰ-স্মৰণীয়।......

যেতিয়া লজ্জাৱতী মোৰ পৰা বিদায় লবলৈ আহিল, প্ৰফেচৰ চাহাব গাড়ীত বহি আছিল। তেওঁ মোৰ ওপৰত ক্ষুন্ন হৈ আছে। অতি সোনকালে মোৰ পৰা বিদায় হৈ যাবলৈ ইচ্ছা কৰিছিল।

লজ্জাই এখন সুন্দৰ উজ্জ্বল সাৰী পিন্ধি মোৰ ওচৰত উপস্থিত হলহি। তাই এজনী তপস্বিনী আছিল, যি প্ৰেমত জীৱন অৰ্পণ কৰিছিল। তেওঁ মিচিকিয়া হাঁহিৰে মোক কলে. "মাজে সময়ে চিঠি-পত্ৰ দিবা। এইটোৱেই মাত্ৰ তোমাৰ কৃপাৰ অধিকাৰী বুলি ভাবিম।"

মই আবেগেৰে কলো, "ওঁ নিশ্চয় !"

লজ্জাৱতীয়ে আকৌ কলে, "সম্ভৱ এয়েই আমাৰ শেষ সাক্ষাৎ। নাজানো মই ক'ত থাকিম ? ক'লৈ যাম ? আকৌ গা আহিব পাৰোনে নোৱাৰো। মোক কিন্তু একেবাৰে পাহৰি নাযাবা। যদি মোৰ মুখত তুমি দুখ পোৱা কথা ওলাইছিল

সেইটো যেন ক্ষমা কৰা। আৰু......আৰু......স্বাস্থ্যৰ প্ৰতি খুউব মনোযোগ দিবা।" এই বুলি কৈয়েই মোৰ ফালে হাতটো আগবঢ়াই দিলে। হাতটো কপি আছিল। হয়তো চকুত চকুৰ পানীৰো আভাস আছিল। তাই লৰালৰিকৈ খোটালী-টোৰ পৰা ওলাই যাবলৈ ইচ্ছা কৰিছিল। মোৰ প্ৰতি আৰু এতিয়া ভৰসা নাছিল। তাই মোৰ ফালে অশ্ৰুমিশ্ৰিত চাৱনিৰে এবাৰ চালে। এই অশ্ৰুমিশ্ৰিত চকুৰ দৃষ্টিত মই স্থিৰেৰে বৈ থাকিব নোৱাৰিলো। এই দৃষ্টিয়েই মোক জয় কৰি ললে।

মই তাইৰ দুয়োখন হাত আবেগেৰে ধৰি গদ্‌গদ্ কণ্ঠেৰে কৈ উঠো—"ওঁহো লজ্জা, এতিয়া তোমাৰ আৰু মোৰ মাজত বিয়োগ হব নোৱাৰে।"

এনেতে হঠাতে এটা চপ্ৰাচীয়ে আহি সুশীলাৰ চিঠি এখন আনি দিলেহি। তাত লিখা আছিল ;

প্ৰিয় দাৰকাচৰণ জী,

আমি কালিলৈ ইয়াৰ পৰা যামগৈ। আজি বহুত কাম কৰিব লগা হৈছে। এই গতিকে লগ পাব নোৱাৰিলোঁ। মই আজি ৰাতিয়েই মোৰ কৰ্ত্তব্য স্থিৰ কৰি লৈছো। মই লজ্জাৱতীয়ে পাতি লোৱা ঘৰখন উৰাই দিবলৈ ইচ্ছা নকৰো। মই আগেয়ে এই কথা নাজানিছিলো, নহলে আমাৰ ইমান ঘনিষ্ঠতা নহলহেতেন। মই আপোনাৰ ওচৰত এইটোৱেই অনুৰোধ কৰো লজ্জাক যেন হাতৰ পৰা এৰি নিদিয়ে। তেওঁ হৈছে নাৰী ৰত্ন। মই জানো যে মোৰ ৰূপ-ৰং তেওঁতকৈ অলপ

ভাল আৰু সেই কাৰণেই বোধকৰো আপুনি মোৰ প্ৰলোভনত পৰিছিল। কিন্তু, মোৰ তেওঁৰ দৰে ত্যাগ, সেৱা, আত্মোৎসৰ্গ গুণ নাই। মই আপোনাক আন্তৰিক প্ৰসন্ন ৰাখিব পাৰিম, কিন্তু জীৱনত উন্নতি কৰাব নোৱাৰিম। তেওঁৰ দৰে পৱিত্ৰ আৰু যশশ্ৰী বঢ়াবও নোৱাৰিম। লজ্জা দেৱী, তেওঁ আপোনাক দেৱতা কৰি তুলিব। মই আপোনাৰ যোগ্য নহয়। কালিলৈ মোৰ লগত সাক্ষাৎ হ'বলৈ নিবিচাৰিব। কান্দি কাতিনো কি হ'ব? ক্ষমা কৰিব। ইতি—

আপোনাৰ—সুশীলা।

মই চিঠিখন পঢ়ি লজ্জাৰ হাতত দিলোঁ। তেওঁ পঢ়ি উঠি ক'লে, "মই আজিয়েই তেওঁক লগ পাবলৈ যাম।"

মই তেওঁৰ আশয় বুজি ক'লো,—"ক্ষমা কৰা। তোমাৰ উদাৰতাক তুবাৰ পৰীক্ষাত পেলাবৰ ইচ্ছা নকৰো।"

এই বুলি কৈ মই প্ৰফেচৰ ভাটিয়াৰ ওচৰলৈ গলো। তেখেত মুখ ওকোণ্ডাই মটৰত বহি আছিল। মোৰ সলনি লজ্জা যোৱা হ'লে নিশ্চয় কিবা হলহেতেন। মই তেখেতৰ ভৰি স্পৰ্শ কৰি তলমুকৈ ক'লো, "আপুনি মোক সদায় পুত্ৰৰ দৰে ভাবি আহিছে। এতিয়া সেই সম্বন্ধকে আৰু সুদৃঢ় কৰি লওক।"

প্ৰফেচৰে প্ৰথমে মোৰ ফালে অবিশ্বাসৰ দৃষ্টিৰে চালে। তাৰ পাচত মিচিকিয়া হাঁহি মাৰি ক'লে, "এইটোৱেইতো মোৰ জীৱনৰ ডাঙৰ অভিলাস আছিল।"

# শত্ৰুৰ শেষ

ৰামেশ্বৰ ৰায়ে ককায়েক কেশৱ ৰায়ক শেহ মুহূৰ্ত্তত খাটিয়াৰ পৰ নমাই সৰু ভায়েকক কলে—"তোৰ হাতত পইচা যদি আছে আন। মৃতকৰ দাহ-ক্ৰিয়া কৰিব লাগে। মোৰ হাত একেবাৰে খালি।"

সৰু ভায়েকৰ নাম বিশ্বেশ্বৰ ৰায় আছিল। তেওঁ জমিদাৰৰ কৰ্ম্মচাৰী আছিল। বেচ আয় হৈছিল। কলে, "আধা টকা মোৰ পৰা লোৱা আৰু আধা তুমি দিয়া।"

ৰামেশ্বৰ—"মোৰ হাতত যে টকা নাই।"

বিশ্বেশ্বৰ—"তেন্তে তোমাৰ ভাগৰ অংশ বন্ধকত থোৱা।" ৰামেশ্বৰে কলে—"তেনেহলে সোনকালে গৈ মহাজনক ঠিক কৰগৈ।"

বিশ্বেশ্বৰ ৰায়ে বন্ধু এজনৰ লগত মাটি বন্দবস্ত কৰি অলপ টকা ললে। পাঁচ বিঘা মাটিত তিনিশ টকা পালে। গাৱঁৰ মানুহৰ অনুমান যে অন্ত্যেষ্টি ক্ৰিয়াত অতি টানি-মানি এশ মানহে খৰচ পৰিছে চাগৈ।

পিচে, বিশ্বেশ্বৰ ৰায়ে অন্ত্যেষ্টি ক্ৰিয়া আদি কৰাৰ পাচত তিনিশ এটকা খৰচ হোৱা হিচাপৰ লিষ্ট এখন আনি ককায়েকক দেখুৱালেহি।

ৰামেশ্বৰে উচপ খাই কয়, "আটাইখিনি টকা খৰচ হলনে ?"

বিশেশ্বৰ,—"মই ইমান হলোনে যে মৃতকৰ অন্ত্যেষ্টি ক্ৰিয়াৰ পৰা টকা লুকুৱাই ৰাখিম ? এই ধন খাই কোন পচিব ?"

ৰামেশ্বৰে কয়, "নহয়, তোকতো মই খাইছ বুলি কোৱা নাই, কেৱল সুধিছোহে।"

বিশ্বেশ্বৰ—"যদি তোমাৰ সন্দেহ হৈছে তেনেহলে যি লোকৰ পৰা টকা লৈছোঁ তেওঁক সুধি আহিলেই হল।"

এবছৰ পাচত এদিন বিশ্বেশ্বৰ আহি ককায়েকক কলেহি, "টকা যদি আছে দিয়া, খেতি-মাটি খিনি মোকোলাই আনো।"

ৰামেশ্বৰে কয়—"টকা ক'ৰ পৰা আহিব ? ঘৰৰ অৱস্থা তোক লুকাই ৰাখিছোনে কি ?"

বিশ্বেশ্বৰে কলে যে তেনেহলে ময়ে মোৰ পইচাৰে উলিয়াই আনো। পিচত পইচা পালে মোৰ পৰা আধা মাটি লৈ লবা।

ৰামেশ্বৰে কলে,—"অঁ উলিয়াই আন তেন্তে।"

(২)

ত্ৰিশ বছৰ কাল অতিবাহিত হৈ যায়। বিশ্বেশ্বৰ ৰায়ে মাটিত গোবৰ-জাবৰ আদি সাৰ দি সাকৰা কৰি খেতি কৰিবলৈ ধৰিলে। তেওঁ পেটে পেটে সিদ্ধান্ত কৰিলে যে এই

মাটি মই কেতিয়াও নিদিওঁ। ইমান দিনে মোৰ স্বত্ব হৈ গল। মকৰ্দ্দমা কৰিলেও কাঢ়ি নিব নোৱাৰিব।

ইফালে ৰামেশ্বৰেও অতি যত্ন কৰি দেৰশ টকা গোটাব নোৱাৰিলে। কিন্তু এতিয়া তেওঁৰ ডাঙৰ পুতেক ডনা-বুজা হৈছিল। সি বোজা-গাড়ী কঢ়িয়া কামত সোমাইছিল আৰু তাৰ পৰা লাভো হৈছে যথেষ্ট। তাৰ ৰাতি-দিন চিন্তা কেনেকৈ অংশখিনি মোকোলাই লব পাৰে। শেহত অৰ্থোপাৰ্জ্জন কৰি টকা গোটালে।

তাৰ পাচত এদিন খুড়াৱকক কলেগৈ—"খুৰা টকা লওক। আধা মাটি মোৰ নামত নাম জাৰি কৰি লওঁ।"

বিশ্বেশ্বৰ গৰ্‌গৰাই উঠি কলে,—"তই বাপেৰৰ কমতো পুতেক নহয়! ইমান দিনে খবৰ নহল, যেতিয়া মই মাটি খিনি সোণৰ দৰে কৰি ললো তেতিয়াহে অংশ বিচাৰি আহিছ!"

ৰামেশ্বৰৰ পুতেক জাগেশ্বৰে কলে,—"আপুনি মাটিখিনি সোণ কৰি তুলিছে, কিন্তু লাভোতো পাইছে! মইতো সেই-বোৰ খুজিবলৈ যোৱা নাই!"

বিশ্বেশ্বৰ, "তথাপি মাটি নাপাৱ।"

জাগেশ্বৰে কলে,—"ভায়েকক মাৰি কোনো সুখী হব নোৱাৰে।"

বিশ্বেশ্বৰ,—"মাটি মোৰ, দাদাৰ নহয়।"

জাগেশ্বৰ—"তেনেহলে আপুনি চিধা ভাবে নিদিয়ে?"

বিশ্বেশ্বৰ,—"চিধা ভাবেও নিদিওঁ, কাঁজিয়া কৰিও নিদিওঁ। যা মোকৰ্দ্দমা কৰগৈ।"

জাগেশ্বৰ—"মোকৰ্দ্দমা কৰিবলৈ মোৰ সামৰ্থ্য নাই। কিন্তু ঠিক জানিব মই মাটি নাপালেও আপোনাৰ হাততো থাকিবলৈ নিদিওঁ।"

বিশ্বশ্বৰ—"বোপাই, এই ভয় মোক খুৱাব নালাগে, অন্যক খুৱাগৈ।"

জাগেশ্বৰ—"কিন্তু পাছত হলে মোক দোষ নিদিব, ভায়েকৰ লগত শত্ৰুতা কৰিছে বুলি।"

বিশ্বেশ্বৰ—"আগেয়ে এহেজাৰ পুঁজি সংগ্ৰহ কৰি লগৈ। তাৰ পাছত যি হয় কৰিবি।"

জাগেশ্বৰ—"মই দুখীয়া মানুহ হাজাৰ টকা ক'ত পাম? কিন্তু কেতিয়াবা ভগৱানো দুখীয়াৰ প্ৰতি দয়ালু হয়।"

বিশ্বেশ্বৰ—"সেই ভয়ত মই খাল খান্দিবলৈ নাযাওঁ।"

ভায়েকৰ কথা শুনি ৰামেশ্বৰ মনে মনে থাকে। পিছে পুতেক জাগেশ্বৰ ইমান দয়াবান নাছিল। সি উকীলৰ লগত পৰামৰ্শ কৰিলে। আৰু আধাই নহয় গোটেইখিনি মাটিৰ ওপৰতে সি মোকৰ্দ্দমা কৰিবলৈ মনস্থ কৰিলে।

(৩)

মৃত সিদ্ধেশ্বৰ ৰায়ৰ তপেশ্বৰী নামৰ এজনী জীয়েক আছিল। তেওঁৰ জীৱন কালতেই জীয়েকক বিয়া দি থৈ গৈছিল। বাপেকেনো কি এৰি গৈছিল তপেশ্বৰীয়ে একো নাজানিছিল।

বাপেকৰ শ্ৰাদ্ধত তেওঁ আহিছিল। আৰু ভাল দৰেই শ্ৰাদ্ধ কৰাত ভাল পাইছিল। শ্ৰাদ্ধৰ পাচত শহুৰেকৰ ঘৰলৈ গলগৈ। ত্ৰিশ বছৰ হৈ গল। তেওঁক ইয়াৰ ভিতৰত কোনেও ইয়ালৈ মতা নাই, তেৱোঁ অহা নাই। তেওঁৰ গিৰিয়েকো ঢুকাল। এটা লৰা আছিল, সিয়েই অলপ দৰমাহাত এটা চাকৰি কৰিছিল।

জাগেশ্বৰে পেহীয়েকক উত্তেজিত কৰি তুলিবলৈ আৰম্ভ কৰিলে। তেওঁকেই গুচৰীয়া কৰি তুলিবলৈ ইচ্ছা কৰিছিল।

তপেশ্বৰীয়ে কলে—“বোপাই, মোক ভগৱানে যি দিছে তাতেই সন্তুষ্ট হৈছোঁ। মোক মাটি-বাৰী নালাগে। মোকৰ্দ্দমা কৰিবলৈ মোৰ টকা নাই।”

জাগেশ্বৰ—“টকা মই দিম, তুমি মাথোন গোচৰ কৰা।”

তপেশ্বৰী—“বোপাই, কাজিয়া কৰি একো কামত নাহিব।”

জাগেশ্বৰ—“পেহী মই হলে চাই থাকিব নোৱাৰোঁ। তেওঁ সম্পত্তি লৈ আৰামত থাকিব, আমি ভেবা লাগি চাই থাকিম। মোকৰ্দ্দমাৰ সকলো খৰচ মই বহন কৰিম। তাৰ বাবে সকলো বিক্ৰি কৰিম। তথাপি তেওঁৰ পাছ নেৰো।”

তপেশ্বৰীয়ে কলে,—“মোকৰ্দ্দমাত জিক যদি টকাৰ পৰিবৰ্ত্তে মাটিতো তহঁতেই পাবি, মোৰ কি হব? মিছাই ভাই-ককাইৰ লগত শত্ৰু হওঁ।”

জাগেশ্বৰ—“মাটি তুমি লৈ লবা। মই কেৱল খুৰাৰ অহঙ্কাৰটো ভাঙিবলৈহে ইচ্ছা কৰিছোঁ।”

তপেশ্বৰী—"তেনেহলে যা, মোৰ ফালৰ পৰা গোচৰ দেগৈ।"

জাগেশ্বৰে ভাবিছিল খুৰাককৰ হাতৰ পৰা মাটি মোক-দ্দমাই আনিব পাৰিলে এবছৰ মানৰ ভিতৰতে পাঁচ দহ যি হয় পেহীক দি মাটিখিনি লৈ লম।

তেওঁকতো বেচি টকা নেলাগে; এই খিনিয়েই বহুত বুলি ভাবিব।

পিচদিনাই সি গোচৰ কৰিলে। হাকিমৰ আদালতত মোকৰ্দ্দমা উপস্থিত কৰিলে।

বিশ্বেশ্বৰে কলে যে তপেশ্বৰী সিদ্ধেশ্বৰৰ ছোৱালী নহয়।"

গাৱঁৰ মানুহ বিলাকো বিশ্বেশ্বৰৰ হাতৰ মুঠিত আছিল। প্ৰত্যেকে তেওঁৰ পৰা টকা খুজি নিছিল, মামলা-মোকৰ্দ্দমাত তেওঁৰ পৰামৰ্শ লৈছিল। তেওঁ বিলাকেও আদালতত জবানবন্দী দিলে যে তেওঁবিলাকে তপেশ্বৰীক কেতিয়াও দেখাই নাছিল। সিদ্ধেশ্বৰৰ ছোৱা .য়েই নাছিল।

জানেশ্বৰে ডাঙৰ ডাঙৰ উকীলৰ হতুৱাই যত্ন কৰালে। বহুত টকা খৰচ কৰিলে। কিন্তু হাকিমে তেওঁৰ বিৰুদ্ধে ৰায় শুনাই দিলে। জাগেশ্বৰ হতাশ হৈ পৰিল। যি কামৰ বাবে সি মুঠিয়ে মুঠিয়ে টকা খৰচ কৰিব লগীয়াত পৰিছিল সেইটো বিশ্বেশ্বৰে অনুগ্ৰহতে কৰি লৈছিল।

শেহত জাগেশ্বৰে আপীল কৰিবলৈ মনস্থ কৰিলে। টকা নাই। গৰু-গাড়ী বেচি দিলে। আপীল হল।

এমাহলৈকে মোকৰ্দ্দমা চলি থাকিল। বেচেৰা জাগেশ্বৰ পুৱাৰে পৰা সন্ধ্যালৈকে অফিচাৰ সকলক খোচামতি কৰি টকা তুলিবলৈ ধৰিলে। এইবাৰ জেনিবা সি জিকিল' পাঁচশ টকা মূৰত বোজা পৰিছিল। পিচে মোকৰ্দ্দমাত জিকাত সি যেনিবা ৰক্ষা পালে।

ইফালে বিশ্বেশ্বৰেও হাইকোৰ্টত আপীল কৰিলে। জাগেশ্বৰৰ এতিয়া এটাও টকা নাই। উপায় নেপাই নিজৰ অংশৰ মাটিখিনিকে বন্ধকত থৈ টকা উলিয়ালে। লাহে লাহে ঘৰৰ বয়বস্তুৰ পৰা আৰম্ভ কৰি ঘৈণীয়েকৰ অয়-অলঙ্কাৰ পৰ্য্যন্ত বন্ধকত দিবলৈ ধৰিলে। পাচত যেনিবা হাইকোৰ্টতো সিয়েই জিকিল। যি দুই এটকা হাতত আছিল সিও মোকৰ্দ্দমা জিকাৰ আনন্দ উৎসৱতে অন্ত হল। তথাপি শান্তি পালে পাঁশ বিঘা মাটি পোৱাৰ বাবে। তপেশ্বৰী ইমান নিৰ্দ্দয়া হবনে চাগে তেওঁৰ ভাগৰ খিনি কাঢ়ি নিবলৈ। কিন্তু যেতিয়াই খেতিৰ মাটি তাৰ নামলৈ আহিল তপেশ্বৰীৰ মনৰ গতিৰো পৰিবৰ্ত্তন হল। তেওঁ এদিন গাৱঁলৈ আহিল আৰু সোধা-পোছা কৰি জানিব পাৰিলে যে পাঁচ বিঘা মাটিত এশ মান টকা পাব পাৰে। তেওঁ ভাবিছিল পঁচিশ টকা মান পাব। পয়সত্তৰ টকাই লাভ। এই মোহে তেওঁক বিচলিত কৰি তুলিলে।

তেওঁ মানুহ মাতি আনি তেওঁলোকৰ লগত মাটিৰ বন্দৱস্ত কৰিলে। জাগেশ্বৰে কেৱল হাত মোহাৰি মোহাৰি চাই

ৰল। পাচত সি ৰব নোৱাৰি কৈ উঠিল, "পেহী, তুমি দেখোন মাটি অন্যকহে বিক্ৰী কৰি দিলা? মই এতিয়া ক'লৈ যাম?"

তপেশ্বৰী—"লোপাই, আগতে ঘৰত চাকি জ্বলাই ল, তাৰ পাচত মচ্‌জিদত চাকি জ্বলাবি।"

জাগেশ্বৰ—"মই মিছাই মৰিলো।"

তপেশ্বৰী—"যিমান টকা দি মানুহে লব ধৰিছে, তুই এটকা কমাই তয়ে নো নলয় কিয়?"

জাগেশ্বৰ—"এই বুলি আগেয়ে জনা হলে মই কেতিয়াও মোকৰ্দ্দমা নকৰিলোহেতেন।"

যি কি নহক, তুদিনমান থাকি তপেশ্বৰীও গুচি গলগৈ। ৰামেশ্বৰৰ মূৰত বজ্ৰপাত পৰিল। বুঢ়া বয়সত মজুৰী কৰিব লগাত পৰিল। মান-মৰ্য্যাদা বিসৰ্জ্জন দিলে। বাপেক-পুতেক তুয়ো পুৱাৰে পৰা সন্ধিয়ালৈকে কাম কৰিলেহে পাক ঘৰত চৌকা জ্বলিছিল। মাজে মাজে তুয়োৰে মাজত কাঁজিয়াও লাগে। বাপেকে সকলো দোষ পুতেকক দিলে।

পুতেকক কয়—"আপুনি যদি মোক বাধা দিলেহেতেন মইতো এই বিলাক কৰিবলৈ নাযাওঁ।"

ইফালে বিশ্বেশ্বৰ ৰায়বো মহাজনৰ পৰা কৰা ঋণ সুজিব নোৱাৰাত ঘৰে-বাৰীয়ে নীলামত গল। দহ-বিশ জোপা-মান গছ আছিল। সিও নীলামতেই গল। তেওঁৰ অৱস্থা আচৰিত ৰকমে বেয়া হল। এই বিপত্তিয়েই বিশ্বেশ্বৰৰ হৃদয়ত জোঙে বিন্ধা দি বিন্ধিবলৈ ধৰিলে।

(৪)

দুবছৰলৈকে এই সুখী পৰিয়ালৰ জীৱন-নিৰ্ব্বাহ যি সঙ্কটত উপস্থিত হুব লগীয়া হৈছিল, সেইটো কেৱল তেওঁ-লোকেহে বুজিছিল। এবেলাও পেট ভৰাই খাবলৈ নোপো-ৱাত পৰিল। তথাপিও কিন্তু আত্ম মৰ্য্যদাই এই সকলো লুকুৱাই থলে। দৰিদ্ৰতাই সকলো নিলেও আত্ম-সন্মান নিব নোৱাৰে। কুল-মৰ্য্যদাই হৈছে আত্মাৰ ডাঙৰ শক্তি।

এদিন সন্ধ্যা সময়ত বাপেক-পুতেক দুইটা মানুহে জুই-শালত জুই পুৱাই আছিল। এনেতে হঠাতে এটা মানুহ আহি কলেহি, "ঠাকুৰ, আপোনাক বিশ্বেশ্বৰ ৰায়ে মাতি পঠাইছে বলক!"

ৰামেশ্বৰে উদাসীন ভাবে কলে, "মোক কিয় মাতিব? মইনো তাৰ কি হওঁ? নে আৰু বিপদ ঘটাবলৈ ইচ্ছা কৰিছে?"

এই বুলি কোৱাৰ লগে লগে আৰু এটা মানুহ দৌৰি আহি কয়হি, "ঠাকুৰ, বেগাই বলক! বিশ্বেশ্বৰ ৰায়ৰ অৱস্থা ভাল নহয়।"

বিশ্বেশ্বৰ ৰায়ৰ কেইদিনমানৰ পৰা কাহ, পানী-লগা অসুখ হৈছিল। ৰামেশ্বৰ আৰু জ্ঞাগেশ্বৰ কিন্তু তেওঁৰ খবৰ লবলৈ নগল। কলে যে তেওঁৰ নো কি বেমাৰ হব? ধনীৰ ধনী-ৰোগ হৈছে, আৰাম কৰিবৰ ইচ্ছা কৰিছে। পালেঙত দীঘল দিয়ক, গাখীৰত চাগুদানা সিজাই মিচিৰি দি খালেই আকৌ উঠি বহিব।

বিশ্বেশ্বৰৰ অৱস্থা যে সঁচাকৈয়ে ভাল নহয় এইটো শুনিও বাপেক-পুতেক তাৰ পৰা নুঠিলেই।

ৰামেশ্বৰে কলে,—"অৱস্থা কি হব? আৰামত বহি চাগৈ কথা-বাৰ্ত্তা পাতি আছে।"

জাগেশ্বৰ—"ডাঙৰ কবিৰাজ মাতিবগৈ লাগে চাগৈ, বোধকৰো বেমাৰ টান।"

ৰামেশ্বৰ—"ইয়াত কাৰ সময় আছে? গোটেই গাওঁ খনৰ লগতেই তাৰ ভাল যাকে মন যায় পঠিয়াই দিলেই হল।"

জাগেশ্বৰ—"গলে ক্ষতি কি? গৈ কিনো হৈছে চায়েই আহোচোন!"

ৰামেশ্বৰ—"আগেয়ে বস্তুখিনি বেচি আহগৈ, চৌকা জ্বলক। তাৰ পাচত যাবি।"

জাগেশ্বৰে খৰাহীটো উঠাই বজাৰৰ ফালে যাবলৈ ওলাইছেহে এনেতে বিশ্বেশ্বৰৰ ঘৰৰ পৰা কন্দা-কটা শুনিবলৈ পালে। সি খৰাহীটো তাতে পেলাই দৌৰ মাৰিলে খুৰাৱকৰ ঘৰলৈ। দেখিলে খুৰাৱকক চাৰিটা মানুহে বিচনাৰ পৰা চোতাললৈ নমাই আনিছে। জগেশ্বৰৰ মুখখন ক'লা পৰি গল।

সি ভিতৰলৈ গৈ দুৱাৰৰ চেপত মুখ লুকুৱাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। যুৱা অৱস্থাটোত আবেগ সহজে আহে, খণ্ডতো উত্তেজিত হয়, ইফালে করুণাতো হৃদয় গলি যায়।

বিশ্বেশ্বৰ ৰায়ৰ তিনিজনী জীয়েক আছিল। বিয়াও হৈ গৈছিল। তিনিটা পুতেক, সিহঁত এতিয়াও সৰু হৈয়ে আছে। আটাইতকৈ ডাঙৰ ল'ৰাটোৰ দহ বছৰতকৈ বেচি নহব। মাকো জীয়াই আছে। এতিয়া খাবৰীয়া মানুহ চাৰিটা। কিন্তু অৰ্জ্জন কৰোতা এটাও নাই। গাৱঁত এটা কথা আছিল, যাৰ ঘৰতে দুই বেলা চৌকা জ্বলিছিল সেই ঘৰকেই ধনী বুলি ধৰিছিল। মানুহে ভাবি লৈছিল বিশ্বেশ্বৰে বহুত টকা থৈ গৈছিল। তেওঁ কৰা অৰ্জ্জনত সকলোৰে চকু আছিল; কিন্তু খৰচ কৰাতো নেদেখিছিল।

দুজনী ছোৱালীৰ বিয়া তেওঁ হাত ঢালিয়েই পাতিছিল। খোৱা-বোৱা, অতিথি সৎকাৰ কৰা আদিতো বিশ্বেশ্বৰৰ টকা খৰচ হৈছিল। যদিও গাৱঁৰ মানুহৰ আগত তেওঁৰ মহত্ব প্ৰকাশ কৰিছিল, ইফালে মহাজনৰ ওচৰত ঋণ হৈ আছিল। আনকি সৰু ছোৱালীজনীৰ বিয়াখন নিজৰ মাটি বন্ধকত দিহে পাতিব লগাত পৰিছিল। যি কি নহক এবছৰলৈকে যেনিবা বিশ্বেশ্বৰৰ বিধবা-পত্নীয়ে যেনেতেনে লৰাকিটাৰ ভৰণ-পোষণ চলালে নিজৰ গহনা বেচি। পাচত যেতিয়া সিও নাইকিয়া হল, সিহঁতৰ খোৱা-বোৱাত কষ্ট হবলৈ ধৰিলে।

বিধৱাই ভাবিলে যে ল'ৰা কিটাক ছোৱালীকিজনীৰ তালৈকে পঠাই দিওঁ। মই এজনী মানুহ, চিন্তা নাই। এপোৱা আটা পালেও তিনিদিন চলি যাব। ছোৱালীকিজনীয়ে প্ৰথমে কিন্তু ভায়েকহঁতক মৰম কৰিয়েই ৰখালে। পিচে তিনিমাহতকৈ

বেচিদিন ৰখাব নোৱাৰিলে। বিৰক্ত বোধ কৰিবলৈ ধৰিলে আৰু সিহঁতক মাৰকিল কৰিবলৈ ধৰিলে। উপায় নেপাই মাকে আকৌ সিহঁতক ঘৰলৈ লৈ আহিল। বেচেৰা সৰু সৰু ল'ৰা কিটাই গোটেই দিনটো লঘোণে থাকিব লগাত পৰিল। কাৰাবাক কিবা খোৱা দেখিলেই মাকক আহি লাগেহি। শেষত মাকক খুজিবলৈকো এৰি দিলে, লোকক খোৱা দেখিলেই ওচৰলৈ গৈ ক্ষুধিত দৃষ্টিৰে চাই থাকে। কিছুমানে হয়তো এমুঠি বুটকে দলিয়াই দিয়ে, কিন্তু বেচি ভাগেই ধম্‌কি দিয়ে।

(৫)

জাৰৰ দিন আহিল। খেতিত খুব মটৰ মাহ লাগিছিল। এদিন সেই সৰু সৰু ল'ৰা তিনিটা মটৰ মাহৰ খেতিত সোমালগৈ আৰু ধমাধম মটৰ মাহ চিঙিবলৈ ধৰিলে। খেতিয়কটোৱে দেখিলে। তেওঁ অলপ দয়ালু আছিল। তেওঁ নিজেই একোচমান মটৰ মাহ চিঙি আনি বিশ্বেশ্বৰৰ ঘৈণীয়েকৰ হাতত দি কলেহি "খুৰী, ল'ৰাকিটাক অলপ শাসন কৰিব যাতে কাৰো খেতিত নোসোমাইগৈ।" জাগেশ্বৰে সেই সময়ত দুৱাৰ মুখতে বহি হোকাত ধপাত খাই আছিল। খেতিয়কক মটৰ মাহ চিঙি অনা চাই আছিল আৰু খেতিয়কটোৰ পাচে পাচে কুকুৰ মেকুৰীৰ দৰে ল'ৰাকিটাক দৌৰি অহাও দেখা পালে।

জাগেশ্বৰৰ চকু দুটা সজল হৈ উঠিল দুখ আৰু বেজাৰত।

ঘৰৰ ভিতৰ সোমাই বাপেকক কলেহি "দেউতা, খুৰীৰ হাতত এতিয়া একোৱেই নাই। ল'ৰাকিটা ভোকতে মৰিছে।"

ৰামেশ্বৰ—"তই তিৰোতাৰ চৰিত্ৰৰ বিষয়ে একো নাজান। এই বিলাক দেখুৱাইছেহে। ইমান দিনৰ আৰ্জ্জন উৰি গল নেকি ?"

জাগেশ্বৰ—"নিজৰ ক্ষমতা থকা হলে ল'ৰাকিটাক এনেকৈ কেতিয়াও মাৰিব নোৱাৰে।"

ৰামেশ্বৰ—"তই কি জান ? খুব চালাক তিৰোতা।"

জাগেশ্বৰ—"মানুহে আমাক হাঁহিছে চাগে।"

ৰামেশ্বৰ—"হাঁহিলে যদি লাজ লাগে যা তেনেহলে শৰণ লগে। খুৱাগৈ-পিন্ধাগৈ পাৰিবি চম্ভালিব ?"

জাগেশ্বৰ,—"পেট ভৰাই খুৱাব নোৱাৰিলেওতো আধা পেট খুৱাব পাৰিম। তথাপিও বদনামৰ পৰা হাত সাৰিব পাৰিম। খুৰাৰ লগত আমাৰ লাগিছিল, ল'ৰাকিটাইনো আমাৰ কি কৰিছে ?"

ৰামেশ্বৰে কলে,—"সেই ভুতুনীজনী এতিয়াও আছে নহয় ?" জাগেশ্বৰে একো নকৈ বাপেকৰ ওচৰৰ পৰা আতৰ হৈ যায়।

সি কেইবাবাৰো ভাবে খুৰীয়েকক সহায় কৰিবলৈ। কিন্তু সি তীক্ষ্ণ বাক্যাক্তি শুনিবলৈ ভয়ো কৰে। সি এতিয়াৰ পৰা নতুন উপায় এটা উলিয়াই ললে। ল'ৰাকিটাক খেলি থকা দেখিলে ওচৰলৈ মাতি আনি কিবা খাবলৈ দিয়ে। ভাব

বাবে জাগেশ্বৰে তুপৰীয়া সময়কণো জিৰণি লবলৈ এৰি দি মজদুৰী কামত বেচি পৰিশ্ৰম কৰিবলৈ ধৰিলে। সি আগ-তকৈ পইচাও বেচি পায়। ঘৰলৈ উভতি আহিলে হাতত যি কোনো এটা বস্তু লৈ আহে আৰু ঘৰৰ মানুহে নজনাকৈ খুৰায়কৰ পুতেকহঁতক দিয়েহি। লাহে লাহে সিহঁতেও ককা-য়েকক ইমান ভাল পোৱা হল যে জগেশ্বৰক আতৰৰ পৰা দেখিলেই 'দাদা' 'দাদা' বুলি ওচৰলৈ দৌৰি আহে। গোটেই দিনটো অনাথ বালকহঁতে ককায়েকলৈ প্ৰতীক্ষা কৰি থাকে। প্ৰথমে কিন্তু সিহঁতৰ মাকে ভয় কৰিছিল জানোচা ল'ৰা-কিটাক ভুলাই লৈ পুৰণা লেনদেনৰ হোৰ লবলৈ চেষ্টা কৰিছে! সেই বাবে ল'ৰাকিটাক জাগেশ্বৰৰ ওচৰলৈ যাবলৈ হাক দিলে। আৰু তেওঁ দিয়া বস্তু খাবলৈ হাক দিলে। পিছে ল'ৰা-ছোৱালীয়ে শত্ৰু আৰু মিত্ৰক ডাঙৰতকৈ বেচি চিনি পায়। মাকে হাক দিলেও সিহঁতে পৰোৱাই নকৰে। লাহে লাহে এনে হল যে মাকৰো জাগেশ্বৰৰ সহৃদয়তাত বিশ্বাস জন্মিল।

এদিন ৰামেশ্বৰে পুতেকক কলে—"তোৰ যদি পয়চা বেচি হৈছে চাৰিটা পইচা জমা কৰি নাৰাখ কিয়? উৰাই পেলাইছ কিয়?"

জাগেশ্বৰে কলে—"মইটো প্ৰতিটো পইচা হিচাপ কৰিহে খৰচ কৰো।"

ৰামেশ্বৰ—"তই আজি যাক নিজৰ বুলি ভাবিছ সিয়েই পাচত শত্ৰু হবগৈ।"

জ্ঞানেশ্বৰ—"মানুহৰ ধৰ্ম্ম-বুদ্ধি বুলি এটা বস্তু আছে। পুৰণা শত্ৰু এটা পৰিয়ালতে সাক্ষাৎ কৰিব নোৱাৰে। মোৰ নো কি ক্ষতি হৈছে? মাত্ৰ এটামান ঘণ্টা বেচিকৈ পৰিশ্ৰম কৰিব লগীয়া হৈছে।"

পুতেকৰ কথাত ৰামেশ্বৰে মুখখন ঘূৰাই ললে।

জ্ঞানেশ্বৰ তাৰ কোঠাটোত সোমাইছিলহে, এনেতে ঘৈণীয়েকে কলে,—"আপুনি যিহকে নকওক লাগে খুচিমতে যি হয় তাকে কৰিছে। কিন্তু মানুহে আগেয়ে ঘৰতহে চাকি জ্বলায়।"

জ্ঞানেশ্বৰে কলে—"কিন্তু এইটোও উচিত নহয় যে ঘৰত মমবাতি জ্বলাম আৰু মচ্‌জিদ এন্ধাৰ কৰি ৰাখিম!"

ঘৈণীয়েকে অভিমান কৰি কয়, "মই তোমালৈ পৰা মানে কুঁৱাতহে পৰিলোহি, কিটোনো সুখ দিছা? গহনা সোলোকাই নিলা। এতিয়া উশাহ লবলৈয়ো নোৱৰা হলো।"

জ্ঞানেশ্বৰ—"তোমাৰ গহনাতকৈ ভাইহঁতৰ প্ৰাণৰ মূল্য বেচি।"

ঘৈণীয়েকে খঙতে মুখখন ইফালে কৰি কলে—"শত্ৰুৰ ল'ৰা-ছোৱালী কেতিয়াও নিজৰ নহয়।"

জ্ঞানেশ্বৰ বাহিৰলৈ ওলাই যাওঁতে যাওঁতে উত্তৰটো দি যায়—"শত্ৰুৰ শেষ শত্ৰুৰ জীৱনৰ লগতে হৈ যাব লাগে।"

# পাগল

মই দেবীপুৰলৈ অহা পাঁচদিন মান হল। কিন্তু এদিনো বাদ যোৱা নাছিল পাগলৰ বিষয়ে চৰ্চ্চা নোহোৱাকৈ। মোৰ ওচৰত পুৱাৰে পৰা সন্ধ্যালৈকে গাৱঁৰ মানুহ বহি থাকে। মই মোৰ বহু জ্ঞানৰ প্ৰদৰ্শন কৰিবলৈ কেতিয়াও সুবিধা পোৱা নাছিলো। প্ৰলোভনো আছিল। গতিকে মই বহি বহি ইফালৰ সিফালৰ উৰা-বাতৰি কিছুমান কৈ থাকো।

"বৰলাটে গান্ধীবাবাক এইটো কলে আৰু গান্ধীবাবাই এইটো উত্তৰ দিলে। এতিয়া আপোনালোকেনো কি দেখিছে! আগলৈ চাব কিমান হাই-উৰুমি হব! নগদ পঞ্চাশ হেজাৰ ডেকা জেইল খাবলৈ সাজু হৈ আছে।"

"গান্ধীজীয়ে হুকুম দিছে অতি সোনকালে হিন্দুৰ অস্পৃশ্যতা বৰ্জ্জন কৰিব লাগে নহলে দেশে দুৰ্দিন দেখিব লগীয়াত পৰিব" যি কি নহওক মানুহ বিলাকে কিন্তু কথাবোৰ তন্ময় হৈ শুনি থাকে। তেওঁ বিলাকৰ মুখ বিলাক ফুলৰ দৰে প্ৰফুল্লিত হৈ উঠে। আত্মাভিমানৰ আভা মুখত প্ৰকাশ পায়।

গদ্ গদ্ ভাবে কিছুমানে কৈ উঠে—"এতিয়াতো মহাত্মাজীৰ ওচৰতহে ভৰষা। আজি পাগলতো নাই। থকা হলে আপোনাৰ লগেই নেৰিলেহেতেন। আপোনাৰো খোৱা-বোৱাৰো অসুবিধা হৈ পৰিলহেতেন। কোনোবাই যদি তাৰ আগত এইদৰে কথা কোৱা শুনে, তেতিয়া হলে ৰাতি দিনেই ওচৰতে বহি থাকিব।"

মই এদিন সুধিলো, "বাৰু, এই পাগল কোন? কোনোবা পাগল আছে নেকি?" এজনে কলে, "পাগল মানে একেবাৰে পূৰা পাগল। ঘৰত লাখ টকাৰ সম্পত্তি আছে। এটা চেনি কল আছে আৰু দুটা কাৰখানা আছে চাপৰাত। ঘৰত তিনি চাৰিটা মান কৰ্ম্মচাৰী চাকৰ আছে। অথচ তাক দেখিব ফটা কানি-কাপোৰ পিন্ধি ঘূৰি ফুৰিছে। ঘৰৰ পৰা তেওঁক কাৰখানা তদাৰক কৰিবলৈ পঠিয়াই দিছিল, কিন্তু দুমাহ নৌহওঁতেই মেনেজাৰৰ লগত কাজিয়া লাগিল। মেনেজাৰে লেখিলে 'মোক ত্যাগ কৰক। আপোনাৰ লৰাই মজদুৰৰ মূৰ উঠাই দিছে। সিহঁতে মন দি কাম নকৰে।' শেহত ঘৰৰ মানুহে তেওঁক ঘৰলৈ লৈ আহিল। চাকৰ-বাকৰে ঘৰত লুটি পুতি খায় তাৰ বাবে পাগলৰ কোনো খিয়াল নাই। কিন্তু ঘৰৰ ওচৰতে যি খন আমৰ বাগিচা আছে সেইখন হলে দিনে ৰাতিয়ে পহৰা দি ৰখে যাতে কোনেও এটা শিল-গুটিও দলিয়াব নোৱাৰে।"

এনেতে এটা মিঞাই কলে, "বাবুজী তেওঁৰ ঘৰত নানা

ৰকমৰ খোৱা বস্তুৰে ভৰি থাকে। তথাপি তেওঁৰ ভাগ্যত ৰুটি আৰু দাইলহে আছে। তাৰ বাহিৰে একো নাখায়েই। বাপেকে ভালতকৈও ভাল বস্তু কিনে; কিন্তু সেই ফালে তেওঁ দৃষ্টিয়েই নিদিয়ে। কেৱল মোটা চোলা, ডাঠ লুভি পিন্ধিয়েই গোটেইখন ঘূৰি ফুৰিব। কৈছো নহয় একেবাৰে পাগল।"

দুই

এই বিলাক কথা শুনি মোৰো কিন্তু সেই বিচিত্ৰ ব্যক্তি-জনক চাবলৈ বৰ উৎসুক জন্মিল।

এনেতে এজনে কলে "সৌৱা চাওক পাগল আহিছেই।"

মই কৌতুহলী হৈ সেইফালে চাই দেখা পালো এটি ২০।২১ বছৰীয়া হৃষ্ট-পুষ্ট ডেকা। উদং মূৰ, গাত ডাঠ কুৰটা, ডাঠ পাইজামা। ভৰিত এজোৰ জোতা। তেওঁ প্ৰথমে মোৰ ওচৰলৈকে আহিল।

মই কলো, "আহক বহকহি।"

তেওঁ বহি থকা লোক সকলৰ ফালে অৱহেলাৰ দৃষ্টিৰে চাই লৈ কলে, "এতিয়া নহয়, পাচত আহিম।" এই বুলি কৈয়েই গুচি গল।

সন্ধিয়া সময়ত সভা ভাঙিল। সকলো মানুহ দিহাদিহি গল। এনেতে আমৰ বাগিচাৰ মাজেদি তেওঁ লাহে লাহে আহি মোৰ ওচৰতে বহিলহি। তাৰ পাচত কলে "এওঁ-বিলাকে মোৰ বিষয়ে খুব বেয়াকৈ কৈছে চাগৈ। মই ইয়াত পাগল আখ্যান পাইছোঁ।"

মই সঙ্কোচৰে কওঁ—"হয় আপোনাৰ বিষয়ে সদায়েই চৰ্চ্চা কৰে। মোৰ কিন্তু আপোনাৰ লগত সাক্ষাৎ হবলৈ বৰ ইচ্ছা হৈছিল। আপোনাৰ নাম কি?......" পাগলে কয়—"মোৰ নাম হৈছে মহমদ খলীল। পিচে ওচৰে-পাজৰে দহ-পাঁচখন গাৱেঁ মোক উপনামেৰেহে বেচিকৈ জানে। মোৰ উপকৰুৱা নামটো হৈছে পাগল।"

মই কলো—"কিন্তু, আপোনাক মানুহে কিয় পাগল বুলি কয়?"

খলীল "তেওঁ বিলাকৰ ইচ্ছা। মইনো কি কম? জীৱনটো মই সাধাৰণ বুলি ভাবো। মোৰ দেউতা আছে। খুৰা আছে। প্ৰয়োজনে ৰাতি দুপৰলৈকে লাভ-লোকচান লৈয়েই ব্যস্ত থাকে। তাৰ বাহিৰে অন্য চৰ্চ্চা নাই যেন। খোদাৰ নহৈ দৌল-তৰহে বন্দী হল! খুৰাই ৰাতিলৈকে চেনি পগোৱা টিনৰ ওচৰত বৈ থাকি গাড়ীত তুলি দিয়ে, দেউতাই প্ৰায়েই সেইবোৰ ওজন কৰে। দুপৰীয়াৰ আহাৰ সময়ত খায় আৰু সন্ধিয়াৰ আহাৰ আধা-ৰাতি খায় বুজিছে। কাৰো কিন্তু এবেলাও নামাজ পঢ়িবলৈ সময় নাই।"

মই কেতিয়াবা কওঁ—"আপোনালোকে মিছাই কষ্ট কৰিব লাগিছে কিয়? ডাঙৰ ডাঙৰ কাৰবাৰৰ সকলো কাম দেও-বাৰৰ দিনা কৰিলেই হল। মালিক বিলাকেতো অলপ নহয় অলপ বেচি বল থকা বস্তু খাব লগাত পৰেই। নিজৰ বলকাৰক বুটৰ ওপৰত সক কাৰবাৰবোৰ চলি যাব পাৰে।"

পিচে মোৰ উপদেশ কোনেও পছন্দ নকৰে। এই কাৰণেই মই পাগল।"

মই কওঁ "মোৰ ধাৰণাৰে আপোনাৰ সিদ্ধান্ত ঠিকেই হৈছে।"

খলীল—"আপুনি এই কথা ভুলতো নকব। নহলে একে ঠাইতে দুটা পাগল হব লাগিব। মানুহ বিলাকে নিজৰ ব্যৱসায়, উন্নতিৰ বাহিৰে সংসাৰৰ দুখী-দৰিদ্ৰৰ কথা ভাবিবৰ আৱশ্যক বোধ নকৰে। দেশ আৰু জাতিৰ প্ৰতি একো চিন্তা নাই। মই এখন কাগজ অনাইছোঁ। সাহায্য-পুজিলৈ কিছু টকা পঠাবলৈ ইচ্ছা কৰিছোঁ। এইবোৰ পুঁজিলৈ সহায় পঠোৱাতো কৰ্ত্তব্য বুলি ভাবিছোঁ। যেতিয়া দেশ আৰু জাতিক দীন-দৰিদ্ৰতাই চাৰিউফালে আক্ৰমণ কৰিবলৈ আৰম্ভ কৰিছে তেতিয়া কি মোৰ উচিত নহব দেশৰ বাবে বলিদান দিয়াৰ? এই বিলাকৰ বাবেই ঘৰে বাহিৰে পগলাৰ পক্কা-ঘাট আখ্যা পাব লাগিছো।"

মই কওঁ "আপুনিতো ঠিকেই কৈছে! দেশ আৰু জাতিৰ বাবে ই অতি আৱশ্যক হৈ পৰিছে।"

খলীল—"কিন্তু মোৰ দুখ লাগিছে যে এই ধ্বংসমুখী দেশখনত এতিয়া আপোনাৰ বদনাম হব পাৰে। যেতিয়া হাজাৰ হাজাৰ ভাইইঁতে জেলত পিন্ধিবলৈ এটা গেঞ্জী চোলাও নেপাই তেতিয়া মই কিন্তু সহিব নোৱাৰো যে আত্ম সৰ্ব্বস্ব হৈ মিহি চোলা পিন্ধি শিল্পী মেৰ-চাগৰ দৰে সৃষ্টি কৰ্ত্তা হৈ পৰিম।"

মই—"আপুনিতো উচিত কথাই কৈছে। দুখ লাগে যে

এওঁবিলাকে আপোনাৰ দৰে ত্যাগ স্বীকাৰ নকৰে।”

খলীল—“মই এইটো ত্যাগ বুলি নাভাবো আৰু সংসাৰ-খনক দেখুৱাবৰ বাবে ভেশছন কৰিও ফুৰা নাই। আজি অল্পদিন হৈছে দেউতাই মোক পঠাইছিল কাঁৰখানাৰ তত্বাৱধান লবলৈ। মই তালৈ গৈ দেখিলো ইঞ্জিনীয়াৰ চাহাবৰ খানচামা, জমাদাৰ, ধুবী, মালি, চকীদাৰ সকলো বিলাকৰ কাৰখানাৰ মজদুৰীৰ বহীত নাম লিখা আছিল। কাম কৰিব লাগে চাহাবৰ, পইচা দিয়ে কাৰখানাৰ পৰা। চাহাব বাহাদুৰৰ এইটো সিদ্ধান্ত আছিল। পিচে মজদুৰ বিলাকৰ প্ৰতি তেওঁ ইমান কঠোৰ আছিল যে পাঁচ মিনিট দেৰি হলেই আধা মজুৰী কাটি লৈছিল, বুজিছে। ময়ো চাহাবৰ মেজাজ ভাঙিবলৈ ইচ্ছা কৰিছিলো। মজদুৰ বিলাকৰ লগত মিলি যাবলৈ আৰম্ভ কৰিলো। পিচে কি হব, চাহাবৰ খণ্ডত একো নাই হল। ত্যাগ পত্ৰ দি ধমকি দিলে। ঘৰৰ মানুহে তেওঁৰ সকলো অৱস্থা বুজি পালে। যাহক মালিক দলৰ লোকবিলাক হৈছে লোকৰ ওপৰত বহি খোৱা। তেওঁৰ ধমকি খায়েই সকলো বিলাকৰ চেতনা হেৰাই গল। মোক টেলিগ্ৰাম দি ঘৰলৈ মাতি আনিলে। ঘৰত মোৰ লেই-লেই চেই-চেই অৱস্থা হল। প্ৰথমে মই পাগল হোৱাৰ যি অসম্পূৰ্ণ ভাব আছিল সেইটো যেনিবা পূৰ্ণ হৈ পৰিল। কিয় জানো চাহাবক মানুহ বিলাকে ইমান ভয় কৰে ?”

মই—“আপুনি এইটোৱেই কৈছে যিটো এই অৱস্থাত ময়োঃ

কৰিছোঁ। সেয়ে মই প্ৰথমে 'চাহাব' লোকৰ ওপৰত আত্ম-সাৎকৰি খোৱাৰ বাবে মকৰ্দ্দমা বিচাৰত দিয়াম। বদমাচ বিলাকৰ হতুৱাই পিতুৱাম তেতিয়াহে কথা-বাৰ্ত্তা হ'ম। পৰৰ ওপৰত খোৱা বিলাকৰ এয়ে শাস্তি।—"

খলীল—"তেনেহলে একেঠাইতে দুটা হলো। আপুনি যে ইয়াত স্থায়ী হিচাপে থাকিব পাৰিব মোৰ সন্দেহ হৈছে। মোৰ হলে এনেহে লাগিছে যেন সদায় আপোনাৰ ওচৰতে থাকিম। বহুত দিনৰ মূৰত এজন লোক পাইছো আৰু অন্তৰৰ কথাও কৈ দিব পাৰো। এই অসহনীয় বোৰক মই নামাতো। বুজিছে, মোৰ খুৰাৰ দিনতে মুচিয়াৰনী এজনী তালুকদাৰ হৈছিল। তাইৰ এটা লৰা আৰু এজনী ছোৱালী হৈছিল। মুচিয়াৰনীজনী সৰু ছোৱালীজনী কোলাত লোৱাৰ অৱস্থাতে সিপুৰী হল। তেতিয়াৰে পৰা লৰা-ছোৱালী হালৰ অনাথ অৱস্থা। কোনেও সিহঁতক নামাতিছিল, সিহঁতে ইয়াত খাবলৈ পিন্ধিবলৈকো পোৱা নাছিল। বেচেৰাহঁতে চাকৰ-নাকৰৰ লগতে খাব লগাত পৰিছিল। আৰু জুপুৰীতে থাকিব লগাত পৰিছিল। ডাঙৰীয়া, মই এইটো চাই থাকিব নোৱাৰিলো। সিহঁতক মই মোৰ কোঠালীতে খুৱাও-পিন্ধাও,—এতিয়াও খুৱাই পিন্ধাই আছোঁ। ঘৰত হুলস্থুল লাগি পৰিল। যিফালেই চাওঁ সেই ফালেই দেখো তীব্ৰ দৃষ্টি! কিন্তু মই ভ্ৰুক্ষেপ নকৰিলো। সিহঁতোতো আমাৰ তেজৰেই। এই কাৰণে মোক পাগল বুলি কয়।"

মই—“যি সকলে আপোনাক পাগল বুলি কৈছে আচলতে তেওঁবিলাকেই পাগল।”

খলীল—“ডাঙৰীয়া এই বিলাকৰ লগত থাকিলে আচৰিত লাগে। লাগিলে বংশত বলিদানেই কৰক, হিন্দুস্থানৰ মুছলমানৰ এইটোৱেই হুকুম। পিচে প্ৰকৃততে মোৰহে ঘৰত বলীদান হল। মই সদায় সজ কথা শুনাম, কিন্তু শুনিব কোনে? ইয়াৰ প্ৰায়শ্চিত্ব ইহঁতৰ মই এইদৰে আদায় কৰিলো। মই উঠি ফুৰা ঘোঁৰাটো বেচি তিনিশজন ফকীৰক খুৱালো। আৰু তেতিয়াৰে পৰা কচাই বিলাকক যদি গৰু লৈ খোৱা দেখো তেতিয়া দাম দি কিনি লওঁ। এতিয়ালৈকে দহটামান গৰুৰ প্ৰাণ বচাইছো। এই আটাইবিলাক গৰুৱেই হিন্দুৰ ঘৰৰ আছিল। মজাৰ কথা এইটোৱেই যে যাকেই গৰু দিবলৈ যাওঁ তেৱেঁই মোক ‘পাগল’ বুলি কয়। ময়ো এই নামটোত ইমান অভ্যস্ত হৈ পৰিছোঁ যে এতিয়া এই নামটো মোৰ মৰমৰ হৈ পৰিছে।”

মই—“যদিহে আপুনি এনে পাগল হয় তেনেহলে দেশত যেন আৰু বেচি এনে পাগল হয়।”

খলীল—“আপুনি কবলৈ আৰম্ভ কৰিলেই। এইখন চাওক আমৰ বাগিচা। মই এইখন পহৰা দি ৰাখো। মানুহে কয় বোলে অন্য ইমান বস্তু লোকচান হয় সেইবোৰলৈ খবৰ নাই এই বাগিচা খনহে ৰাখিবলৈ ইমান ব্যস্ত। বুজিছে ডাঙৰীয়া, ইয়াৰ লৰা-ছোৱালী বিলাকৰ কথা হৈছে এটা

আম খাবলৈ পঁচিশটা মান আম সৰায়। ইমান আম যে এইদৰে নষ্ট হব লগা হৈছে পিচত একো কামত নাহে। মোৰ কথা হৈছে গছতে আম বিলাক পকি যেতিয়া আপোনা আপুনি সৰিব তেতিয়া যাৰ যিমান ইচ্ছা হয় নিয়ক। কেঁচা আমবোৰ নষ্ট কৰাৰ পৰা লাভ কি? এই বিলাকৰ বাবেই পাগলৰ শাৰীত স্থান পাইছোঁ।

তিনি

এইদৰে আমি কথা পাতি থাকোতেই হঠাতে দেখা পালো তিনি চাৰিটামান মানুহে এটা বেপাৰীক থেলি হেচি লৈ আহিছে। তেনেকৈ বেপাৰীটোক কিয় আনিছে বুলি সোধাত এজনে (তেওঁৰ চেহাৰাতো দেখাত মৌলবী যেন বোধ হৈছিল) কলে—"ই বৰ বেইমান। ইয়াৰ পাল্লাৰ ডগাটো কম ওজনৰ। এতিয়া ইয়াৰ পৰা এসেৰ ঘিঁউ লৈ গৈছিলো। ঘৰত জুখি-জোগৈ এপোৱা কম। ওভোতাই দিবলৈ আহিলো ই কৈছে 'মই পূৰা এসেৰ দিছোঁ।' সুধিলো 'যদি এসেৰেই দিছ, তেনেহলে কি মই বাটতেই খালো নেকি?' এতিয়া লৈ আহিছোঁ থানালৈ তাতে তাৰ বিচাৰ হব।"

দ্বিতীয়জন মহাশয় হৈছে ডাক-খানাৰ মহৰী। তেওঁ কলে—"হয় ইয়াৰ এই কাৰচাজী সদায় আছে। বস্তু পূৰাই নিদিয়ে। আজি দুই অনাৰ চেনি অনাইছিলোঁ। ল'ৰাটোৱে ঘৰলৈ নিয়াত দেখিলো খুব জোৰতহে যদি এক অনা মানৰ জোখাই চেনি হব। ওভোতাই আনি দিলোহি! ইহে আকৌ

ৰঙা চকু দেখুৱাইছে। ইয়াৰ ডগাৰ নিশ্চয়তা পৰীক্ষা কৰাব লাগিব।"

তৃতীয়টো আছিল গুৱাল। সি মূৰৰ ওপৰৰ পৰা খৰাহী এটা নমাই লৈ কলে—"চাহাব, এইয়া কুৰি সেৰ খলিহৈ আছে। ইয়াৰ পৰা /৬ সেৰ ভাৰত নিছিলো। ঘৰত জুখি-লোগৈ তুসেৰ কম ওলাইছে। আহিলো ওভোতাই দিওঁ বুলি, কিন্তু ই ওভোতাই নলয়। এতিয়া ইয়াৰ মীমাংসা থানাতহে হব।"

এনেতে আন বিলাকেও মাত লগাই কলে—"হয় ই একেবাৰে বেইমান লোক।"

বেপাৰীটোৱে কলে—"যদি মোৰ ডগাত এক ৰতিও কম ওলাই তেনেহলে হেজাৰ টকাই লোকচান কৰাওক!"

• মৌলবী চাহাবে কলে—"তেনেহলে তুৰ্কপলীয়া তোক গজাল মাৰিব লাগিব।"

মহৰীয়ে কয়—"গজাল মাৰিম ঠিক।"

গুৱালটোৱে কয়—"দুটাই দুই ৰকমৰ ডগা ৰাখিছে। দেখুৱাব এটা, বেচিব এটাৰে। ইয়াৰ ঘৰত পুলিচৰ হতুৱাই খানা-তালাচ কৰিব লাগে।"

বেপাৰীটোৱে আকৌ প্ৰতিবাদ কৰিবলৈ বিচাৰিছিল। কিন্তু ধৰি অনা মানুহ বিলাকে আকৌ তাক আক্ৰমণ কৰিলে॥ আধা ঘণ্টালৈকে তৰ্কাতৰ্কি লাগিয়েই আছিল।

ময়ো বিবুদ্ধি হলো। কি কৰো? বেপাৰীটোক এক-

ৰাবলৈ জোৰ দিওঁনে নে যাবলৈকে দিওঁ। বুজিলো বেপাৰীটোৰ প্ৰতি সকলো জ্বলি আছিল। খলীলৰ ফালে চাই দেখো—তেওঁ নাই। কেতিয়া গুচি গৈছে কবই নোৱাৰো। বেপাৰীটোলৈ চাই দেখো মুখত ভয়ৰ চিন নাই আনকি থানালৈ যাবলৈকো ভয় কৰা নাছিল।

চাৰি

তেওঁলোক থানালৈ যাবলৈ উদ্যত হৈছে এনেতে সমুখৰ ফালৰ পৰা পাগলক আহি থকা দেখা গল। তেওঁৰ এটা হাতত খৰাহী এটা হাতত বাটি, আৰু পিছে পিছে সাত আঠ বছৰীয়া ল'ৰা এটাও আহি আছিল। পাগলে আহিয়েই মৌলবীক সোধেহি "এই বাটিটো আপোনাৰ নহয়নে কাজীজী ?"

মৌলবীয়ে আচৰিত হৈ কয়—"হয়, হয়তো! পিচে তুমি মোৰ ঘৰৰ পৰা কিয় লৈ আহিলা ?"

পাগল—"এই কাৰণেই আনিছোঁ যে ইয়াত, এই বাটিটোত এতিয়াও আধা পোৱা ঘিঁউ আছে। যিহৰ বাবে আপুনি এতিয়া বেপাৰীটোকে কম দিয়া বুলি দুষিছিল। ঘিঁউ এইয়া। ওজনত কম নহয়। বেইমান বেপাৰী নহয় বৰং কাজী, হাজী মৌলবী জহুৰ আহমদহে!"

মৌলবী—"তুমি তোমাৰ পাগলামী ইয়াত দেখুৱাব নেলাগে, মই কালৈকো ভয় নকৰো। তুমি লাখপতি হোৱা ঘৰত হবাগৈ। তোমাৰ কি অধিকাৰ আছিল মোৰ ঘৰলৈ যাবলৈ ?"

পাগল—"এতিয়াই আপুনি বেপাৰীটোক থানালৈ নিবলৈ

ধৰিছে। পিচে এতিয়া ঘিঁউও নিব লাগিব থানালৈ।"

মৌলবী—(কেহোঁ ঘেহোঁ কৰি) সকলোৰে ঘৰত অলপ নহয় অলপ বস্তু থাকেই। কোৰাণৰ নামত শপত ভদ্ৰলোক সকল! মই এতিয়াই তোমাৰ দেউতাৰাৰ ওচৰলৈ যাম। আজিলৈকে গোটেই গাওঁখনেই মোৰ দোষ দেখা নাছিল।"

বেপাৰী—"মৌলবী, আপুনি ক'লৈ যায়। বলক, আপোনাৰ-মোৰ মীমাংসা থানাত হ্ব মই আন নাজানো। মানুহে কয় মৌলবী দীন-দয়ালু, এনে হৈ পৰিছে যেন দেৱতাহে। পিচে ঘৰত বস্তু ৰাখি থৈ লোকক কয় বেইমান! এই লম্বা চৌৰা দাড়ি ফাঁকি দিবলৈকে ৰাখিছে?"

কিন্তু মৌলবী নৰল। বেপাৰীক তাতে এৰি পাগলৰ বাপেকৰ ওচৰলৈ গল। মানে এই সময়ত লাজ ঢকাৰ এটা চেলু উলিয়ালে।

তাৰ পাচত পাগলে গুৱালক কলে—"কি অ' তইও যাব নেকি থানালৈ? বল মইও যাওঁ, তোৰ ঘৰৰ পৰা এই চাবি সেৰ খলিহৈ লৈ আহিছোঁ।"

গুৱালৰ কিন্তু মৌলবী চাহাবৰ দুৰ্গতি দেখিয়েই মুখৰ ৰং সলনি হব ধৰিছিল। এতিয়া কলে—"ভাই, শপত খাই কৈছো মোক মৌলবী চাহাবে শিকাই দিছিল।"

পাগল খলীলে কলে—"লোকে শিকাই দিলে বুলি তই কাৰোবাৰ ঘৰত জুই লগাই দিবি নেকি? নিজে ল'ৰা-ছোৱালীৰ গাখীৰত আধা পানী মিহলাই বেচিব আৰু আজি

ইমান লচপচীয়া চৰাৰীটো হৈ পৰিল যে এটা ভাল মানুহক ধ্বংস কৰাৰ কাৰণে আগৰণুৱা হলি। খলিহৈ আধা ঘৰত ৰাখি থৈ আহি বেপাৰীক ধৰিবিহি কম কৰি দিছ।?"

বেপাৰী—"ভাই মোৰ লাখ টকাৰ প্ৰতিষ্ঠা নষ্ট হৈ গল। মই থানাত ৰিপোর্ট নিদিয়া মানে নামানো।"

গুৱাল—"মহাজন, মাফ কৰক। নহলে ক'তো থাকিব নোৱাৰিম।"

তেনেতে খলীলে মহৰীলৈ চাই কলে—"কওকচোন ডাঙৰীয়া আপোনাৰ কীৰ্ত্তি খোলোনে? নহলে মনে মনে ঘৰলৈ বাট ধৰক।"

মহৰী—"মোৰ কি কীৰ্ত্তি খুলিবাহে? গুৱালৰ অৱস্থা বুজিছোঁ। তোমাৰ চকুৰ ইঙ্গিতত ঘুৰিম বুলি ভাবিছানে কি?"

খলীলে লৰাটোলৈ চাই সোধে—"কিহে ল'ৰা তুমি চেনি একেবাৰে ঘৰলৈকে লৈ গৈছিলা?"

ল'ৰাটোৱে শঙ্কাৰ দৃষ্টিৰে মহৰীৰ ফালে চাই কয় "কওঁনে?"

মহৰী—"লৰা-ছোৱালীক যিদৰে শিকাই দিয়ে সেই-দৰেই কব।"

খলীল—"বাচা, এতিয়া তুমি যি কৈছিলা তাকে আকৌ কোৱাচোন।"

ল'ৰা—"দাদাই মাৰিব।"

মহৰী—"তই ৰাস্তাত চেনিৰ থোঙা ফালিছিলিনে কি।"

ল'ৰাটোৱে কান্দিবলৈ ধৰিলে।

খলীল—"হয়, এওঁ মোক নিজেই কৈছে। পিচে আপুনি তাক মুস্মুধি বেপাৰীটোৰ মূৰৰ ওপৰতে উঠিল। এয়েই ভদ্ৰামি!"

মহৰী—"মই কি জানো সি যে ৰাস্তাতে দুষ্টামী কৰিব!"

খলীল—"তেনেহলে ইমান কমজুৰী প্ৰমাণ এটাত আপুনি কিয় থানালৈ যাবলৈ ওলাইছিল? আপুনি গাৰ্লীয়া হোজাৰ মণি-অৰ্ডাৰৰ টকা দি তাৰে দু অনা হাতৰ মুঠিত ৰাখে, দুই পইচাৰ পোষ্টকাৰ্ড অনাত বেচে। কওক নহয় বুলি? মই প্ৰমাণ দিম। সেইবিলাক কি আপুনি বেইমানী বুলি নাভাবে?"

মহৰী কিন্তু পাগলৰ কথাত মুখ-পাতি নললে। ল'ৰা-টোকে মাৰি কিলাই ঘৰলৈ গুচি গল।

বেপাৰীটোৱে পাগলক খুব ধন্যবাদ দিলে। দৰ্শক লোকে যি সকল আছিছিল তেওঁলোকো লাহে লাহে গলগৈ। তেতিয়া মই খলীলক কলো—"আপুনি এই বেপাৰীটোক প্ৰাণে বচালে। নহলে বেচেৰা বিনা দোষত পুলিচৰ কৰাল গ্ৰাসত পৰিব লগা হলহেতেন।"

খলীল—"আপুনি জানেনে মই ইয়াৰ বাবে কি পুৰস্কাৰ পাম? দাৰোগাৰ শত্ৰু হম। তেওঁ কব 'ই মোৰ চিকাৰ খেদি দিলে।' দেউতাই কিন্তু পুলিচ চাহাবলৈ থৰথৰকৈ কঁপি থাকে। মোৰ লগত লাগিব যে অন্যাৰ মাজত কিয় সোমাইছিলি গৈ? ইয়াতো মোৰ পাগলামী দৃঢ় হব। এটা সাধাৰণ বেপাৰীৰ পিচত লাগি মই ভাল মানুহৰ ৰহস্য

উদ্ঘাটন কৰি দিয়াটো ঠিক হোৱা নাই ! এনে দুষ্টামি পাগল বোৰেই কৰে।"

মই শ্ৰদ্ধাৰে কৈ উঠো—"এতিয়া মইও আপোনাক এই নামেৰেই মাতিম। আজি মই বুজিছোঁ যে পাগল দেৱতাহে হয়। যি স্বাৰ্থৰ ওপৰত নিজৰ আত্মা উৎসৰ্গা কৰে তেওঁ চতুৰ বুদ্ধিমান। যি আত্মাৰ সন্মুখত, স্বচ্ছ সিদ্ধান্তৰ সন্মুখত, সত্যৰ সন্মুখত স্বাৰ্থ নিন্দাৰ প্ৰতি কুণ্ঠাবোধ নকৰে সেই পাগল হৈছে নিবুদ্ধ !

---

# গুপ্ত-ধন

বাবু হৰিদাসৰ ইটাৰে সজা বঙলাটো পেশ্বোৱাৰ চহৰৰ ওচৰতে লগা আছিল। ওচৰে-পাজৰে গাওঁৰ তিৰোতা-পুৰুষ সৰা আহি মূৰৰ ওপৰত ইটা কঢ়িয়াই আনি ঠাকে ঠাকে সজাইছি। এটা মানুহ বঙলাটোৰ ওচৰতে এটা থৰাহীত গড়ি লৈ বহি থাকে। মজদুৰ বিলাকৰ ইটাৰ সংখ্যা হিচাপেহে কড়ি ভগাই দিয়ে। যাৰেই হাতত ইটা বেচি উঠে সিয়েই কড়িও বেচি পায়। এই লোভতেই বহুত মজদুৰে

নিজৰ সামৰ্থ্যতকৈ বেচি কঢ়িয়াইছিল। বুঢ়া আৰু সৰু সৰু লৰা বিলাকে ইটাৰ বোজা কঢ়িয়াই নিয়া দৃশ্যটো অতি করুণজনক আছিল। কেতিয়াবা কেতিয়াবা বাবু হৰিদাসো আহি কঢ়িৱালাৰ ওচৰত বহেহি, আৰু বোজা কঢ়িয়াই নিয়া মজদুৰ বিলাকক উৎসাহিত কৰেহি। এই দৃশ্য কিন্তু আৰু দাৰুণ হৈ পৰিছিল। সেই খিনি সময়ত মজদুৰীও বঢ়াই দিয়া হৈছিল আৰু মজদুৰ বিলাকে নিজৰ সামৰ্থ্যতকৈ দুগুণ ইটা লৈ যোৱাত এটা খোজ দঙাটোৱেই কষ্টকৰ হৈ পৰিছিল। মূৰৰ পৰা ভৰিলৈকে ঘামত তিতি বঙলাৰ ভস্ম শৰীৰৰ ওপৰত সানি ইটাৰ এটা দৌল মূৰৰ ওপৰত তুলি লয়। বোজাটো দেখিলে এনেহে লাগে যেন লোভৰ ভুতটো মাটিৰ পৰা উঠি সিহঁতৰ মূৰ বিলাকত উঠিছেগৈ।

সকলোতকৈ এটা সৰু লৰা আছিল। সি সদায় নিজৰ সামৰ্থ্যতকৈ বোজাৰ ইটা কঢ়িয়াই নিছিল। আৰু খুব ধৈৰ্য্যৰ সৈতে অবিশ্ৰান্ত পৰিশ্ৰম কৰি গৈছিল। তাৰ মুখত এটা দাৰিদ্ৰ্যৰ ছাঁয়া স্পষ্ট ভাবে জিলিকি পৰিছিল। শৰীৰটো খীণ, দুৰ্ব্বল দেখিলেই দয়া ওপজে। ল'ৰাটোৱে বেপাৰী-টোৰ পৰা গুৰ লৈ খায়। কোনোবাই হয়তো ৰাস্তাইদি মটৰ-গাড়ী, ঘোঁৰা-বাগী যোৱা দেখিলে সেই ৰং চাই নিজৰ সংগ্ৰামৰ বাহুৰ বিষ দেখুৱায়। কিন্তু সেই দুখীয়া লৰাটোৱে নিজৰ কামতে ব্যস্ত থাকে। তাৰ শৈশৱ অৱ-স্থাৰ চঞ্চলতা নাই, নাই দুষ্টালি, আনকি মুখত এটা হাঁহিও

দেখা পোৱা নগৈছিল। বাবু হৰিদাসৰ তাৰ প্ৰতি অলপ দয়া হৈছিল। কেতিয়াবা কেতিয়াবা কড়িৱালা-টোক ইঙ্গিত দিয়ে যে তাক হিচাপত কৈ অলপ বেচি দিবলৈ। কেতিয়াবা হয়তো তেওঁ তাক খাবলৈকো দিয়ে।

এদিন হৰিদাসে সেই লৰাটোক ওচৰলৈ মাতি আনি ওচৰতে বহুৱাই লৈ তাৰ খবৰ সুধিবলৈ ধৰিলে। তেওঁ তাৰ মুখৰ পৰা ইয়াকে জানিলে যে তাৰ ঘৰত বুঢ়ী মাকৰ বাহিৰে আন কোনো নাই। ঘৰৰ ভাত তাৰ ওপৰতেই। মাকক ৰুটি বনাই দিবলৈকো কোনো নাই। সি সন্ধিয়া গৈহে মাকক ৰুটি তৈয়াৰ কৰি খুৱায়। সি জাতত ঠাকুৰ আছিল। এসময়ত সিহঁতৰ অৱস্থা ধনে-ধানে উভৈনদী আছিল। চেনীৰ কাৰখানাও আছিল। পিচে ভাই-ককাইৰ কাৰচাজিত এই অৱস্থা হবলগীয়া হৈছে। এতিয়া তাৰ অৱস্থা একেবাৰে বেয়া। তাৰ নামটো হৈছে মগনসিংহ।

হৰিদাসে সুধিলে "কিয়, গাৱঁৰ মানুহে তহঁতক সহায় নকৰেনে?"

মগনসিংহ "সিহঁতৰ ওচৰলৈ গলে মোক মাৰিবহে। সকলোৱে ভাবে আমাৰ ঘৰত ধেৰ সম্পত্তি আছে।"

হৰিদাসে উৎসুক হৈ সোধে "পুৰণা ঘৰৰ বুলি অলপ থাকিব লাগেতো। তোৰ মাৰে এই বিষয়ে একো কোৱা নাইনে?"

মগন "বাবুজী ক'তো এটা পইচাও নাই। টকা থকা হলে মইনো ইমান কষ্ট কৰি থাকিম কিয়?"

(২)

হৰিদাসে মগনসিংহৰ প্ৰতি প্ৰসন্ন হৈ তাক মজদুৰৰ কামৰ পৰা এৰুৱাই তেওঁৰ চাকৰ কৰি ললে। আৰু এতিয়া তাকে কড়ি ভগোৱাৰ কামটো দিলে। আৰু ওচৰতে থকা মহৰী এজনক কলে যে তাক অলপ লিখা-পঢ়া শিকাব লাগে। অনাথ ল'ৰাটোৰ যাতে ভাগ্য অলপ উদয় হয়।

মগন বৰ কৰ্ত্তব্য পৰায়ণ আৰু চতুৰ ল'ৰা আছিল। সি অহাত কেতিয়াও দেৰি নকৰে আৰু কামো ক্ষতি নকৰে। কিন্তু আজি তিনিদিনৰ পৰা সি অনুপস্থিত থকা দেখি হৰিদাসৰ চিন্তা হল। কিয় সি অহা নাই? কিবা অসুখ-বিসুখেই হৈছে নে কি? নে দুৰ্ঘটনাই হৈছে? কেবাটাকো মগনৰ খবৰ সুধিলে। কিন্তু কোনেও তাৰ ঠিকনাই নেপালে। তিনিদিনৰ পাচত হৰিদাসেই মানুহক সুধি সুধি মগনসিংহৰ ঘৰ ওলালগৈ।

ঘৰ মানে পুৰণা ইটাৰ দালানৰ ভগ্নাৱশেষ মাত্ৰ। তেওঁৰ মাত শুনিয়েই মগন বাহিৰলৈ ওলাই আহিল। হৰি-দাসে সুধিলে "কেইবাদিনো তই যোৱা নাই, মাৰৰ গা কেনে?"

মগনে অৱৰুদ্ধ মাতেৰে উত্তৰ দিলে "মাৰ এই কেইদিন খুউব অসুখ হৈছে। কৈছে 'মই নাবাচিম।' মায়ে কেইবা-বাৰো আপোনাক মতাৰ কথা কৈছিল। পিচে মইহে সঙ্কোচ কৰি যাব পৰা নাই। এতিয়া সৌভাগ্যৰ কাৰণে

আপুনি নিজেই আহিছে যেতিয়া অকণমান ভিতৰলৈ গৈ মাক চাই আহক গৈ, তেওঁৰ ইচ্ছা পূৰ্ণ হব।”

হৰিদাস ভিতৰলৈ গল। গোটেই ঘৰটোত যেন ভৌতিক নিস্তব্ধতাই বিৰাজ কৰিছে। চুন-চুৰ্কীৰ অৱশিষ্টবোৰ ইটাৰ চাৰিওফালে পৰি আছিল। ধ্বংসৰ প্ৰতীক স্বৰূপ! কেৱল দুটা খোটালীহে থকাৰ উপযোগী আছিল। মগনসিংহই হৰিদাসক ইঙ্গিত দি এটা খোটালীলৈ লৈ যায়। হৰিদাসে তালৈ গৈ দেখিলে যে বৃদ্ধাই পচা এটুকুৰা কাঠৰ ওপৰতে পৰি কেকাই আছে। তেওঁলোক যোৱা গম পাই চকু দুটা মেলি দিলে আৰু অনুমানতে বুজি লৈ কলে “আপুনি আহি বৰ দয়া কৰিলে। আপোনাক লগ পাবলৈ মোৰ বৰ অভিলাস আছিল। মোৰ অনাথ ল’ৰাটোৰ গৰাকী এতিয়া আপুনিয়েই। যি দৰে এতিয়া তাক চাইছে সেই দৃষ্টিৰে যেন সদায় চায়। মোৰ সকলো শেষ হল। এই অধমক পাৰ লগাব। এদিন এই ঘৰতো লক্ষ্মীয়ে বাস কৰিছিল। আমাৰ ভাগ্যদোষত দুৰ্দ্দিন দেখিব লগা হল। লক্ষ্মীয়ে পিঠি দিলে। আমাৰ পূৰ্ব্ব-পুৰুষৰ পুঁজি মাটিত পুতি থৈছিল। তাৰ তালিকা খনো যত্ন কৰি ৰাখিছিল। পিচে বহুত দিন হল তাৰ একো খবৰ নোলাল। মগনৰ দেউতাকে তালিকা খন বহুত বিচাৰ-খোচাৰ কৰিও নেপালে। নহলে আজি আমাৰ এই অৱস্থা নহল হেতেন। কিন্তু আজি তিনি দিন মান হৈছে কিবা এটা বিচাৰি চাওঁতে তালিকা

খন মই তাতে পালোঁ। তেতিয়াৰ পৰা এই খন লুকুৱাই ৰাখিছোঁ। মগন বাহিৰতে আছে নহয়? মোৰ মূৰ-শিতানতে বাকচটো আছে, তাতে তালিকা খন আছে। সকলো লিখা আছে সেই খনতে। ক'ত আছে তাকো পাব। সময় পালে মগনক উলিয়াই দিব। এই কাৰণেই আপোনাক বাৰে বাৰে মাতিবলৈ কৈছিলো। আপোনাৰ বাহিৰে কাৰো ওপৰত মোৰ বিশ্বাস নাই। সংসাৰত ধৰ্ম্ম নাই। কাৰণো মনৰ ভাবক ভৰসা কৰিব পাৰো?"

(৩)

হৰিদাসে তালিকা খনৰ খবৰ কাকো নিদিলে। তেওঁৰ মনৰ ভাবো পৰিবৰ্ত্তন হৈ পৰিল। তালিকাতে গম পালে যে ধন এই ঘৰৰ পৰা পঞ্চাশ খোজ পশ্চিমে এটা মন্দিৰৰ পকা-ভেটীৰ তলত আছে। হৰিদাসে অকলেই ধন ভোগ কৰিবলৈ ইচ্ছা কৰিছিল! কাৰো কাণত যেন কথাটো নপৰে। কামটো কষ্টসাধ্য আছিল। তেওঁৰ নামত কলঙ্ক হোৱাৰ প্ৰবল আশঙ্কাও আছিল যিটো সংসাৰত ডাঙৰ যন্ত্ৰণা। কিমান ঘোৰ নীচতাৰ কাম! অনাথক তেৱেঁই ৰক্ষা কৰিছে, যাক নিজৰ পুত্ৰেকৰ দৰে ৰাখিছে তাৰে লগত এই বিশ্বাস ঘাটকতা! কেইবা দিনলৈ তেওঁৰ আত্ম যন্ত্ৰণাৰ পীড়া হবলৈ ধৰিলে। শেষত যেনিবা কুটবুদ্ধিয়ে আত্মাক পৰাস্ত কৰিলে!

মই কেতিয়াও ধৰ্ম্মত্যাগ কৰা নাই আৰু নকৰোঁ।

কিন্তু পৃথিবীত এনকুৱা মানুহ আছেনে যি জীৱনত এবাৰো বিচলিত হোৱা নাই! যদি এনেকুৱা মানুহ আছে তেনে-হলে তেওঁ মানুহ নহয় দেৱতাহে। মই হৈছো মানুহ। দেৱতাৰ শাৰীত বহিবলৈ ইচ্ছা নাই। মনক বুজুৱা মানে লৰা ছোৱালীক ফুচুলুৱাহে হয়।

সন্ধিয়া হলেই হৰিদাস ওলাই যায় ফুৰিবলৈ। যেতিয়া চাৰিওফালে অন্ধকাৰাচ্ছন্ন হৈ পৰে তেতিয়াই তেওঁ মন্দিৰলৈ গৈ পিৰালিত বহেহি। তাৰ পাচত কোৰ লৈ খন্দাত লাগে। দিনতে দুই এবাৰ ইফালে সিফালে চাই লয় কব-বাত কোনোবা আছে নে নাই। ৰাতিৰ নিস্তব্ধতাত তেওঁ অকলে বহি অতি সন্তৰ্পনে ইটা আতৰ কৰোতে ইমান ভয় কৰিছিল যেন এটা ভক্ত বৈষ্ণবেহে মনে মনে আমিষ ভোজন কৰিবলৈ ধৰিছে।

পকাৰ ভেটিটোও আহল-বহল আছিল। ভাঙোতে এমাহ লাগিল। এতিয়াও গন্তব্য স্থলৰ সন্ধেদ নহল। এই কেই-দিনত তেওঁৰ অৱস্থা সেই লোক সকলৰ দৰে হৈছিল, যি সকলক কোনোবাই মন্ত্ৰ দিহে জগাই তুলিছে। মন চঞ্চল হৈ পৰিছিল, চকুৰ দৃষ্টি তীব্ৰ হৈ উঠিছিল। খুব মৌন হৈ থাকে যেন ধ্যান হে কৰিছে। কাৰো লগত কথা নহয়। কোনোবাই যদি কথা পাতি বিৰক্ত কৰে তেনেহলে তেওঁ জ্বলি উঠে। ঘৰৰ ভিতৰলৈকো খুব কমেহে যায়।

তেওঁ বিচাৰশীল পুৰুষ আছিল। তেওঁৰ আত্মাই বাৰে

ৰাৰে এই কুটিল কামৰ পৰা আতৰ হৈ আহিবলৈ ইচ্ছা কৰে, নিশ্চয় কৰিলে যে তালৈ আৰু তেওঁ কেতিয়াও নাযায়। কিন্তু সন্ধিয়া হোৱাৰ লগে লগে তেওঁক এটা নিচা আহি পৰে। লগে লগে বুদ্ধি বিবেক সকলো লোপ পায়। যিদৰে কুকুৰে মাৰ কিল খাইও এডোখৰ কিবা খোৱা বস্তু পোৱাৰ লোভত আহি বহেহি তেওঁৰো সেই অৱস্থা হল।

এইদৰে দুমাহ পাৰ হল।

আমাৱস্যাৰ ৰাতি। হৰিদাসে মলিন হৃদয় লৈ প্ৰেতৰ দৰে পকা-ভেটিত বহি আছিল। আজি ভেটি ভঙা হব। অলপ সময় মাথোন কষ্ট কৰিব লাগিব। একো চিন্তা নাই। ঘৰৰ মানুহ বিলাকে চিন্তা কৰি আছে চাগৈ! তেওঁ ভাবে।

পিচে ভেটিৰ তলত কি আছে এতিয়াই নিশ্চয়তা হব। পাথৰৰ কোঠা যদি ওলাই তেতিয়া বুজিম ধন নিশ্চয় আছে। যদি কোঠা বা ঘৰ নোলাই তেনেহলে জানিম এই বিলাক কেৱল ফাঁকি। ওঁহো নহয়, কোৰখনে খটং খটং আৱাজ কৰিছে। হয় পাথৰৰ খণ্ড আছে। তেওঁ খেপিয়াই চালে। ভ্ৰম দূৰ হল। তলত কোঠা পালে হয়। কিন্তু হৰিদাস জপিয়াই উঠিল।

তেওঁ যেতিয়া আজি উভটি আহিছিল মূৰৰ কামোৰণি উঠিছিল। তেওঁ ভাবিছিল ভাগৰ লাগিছে, কিন্তু এই ভাগৰ টোপনিটো আতৰ নহল। আহিয়েই তেওঁৰ খুব অসুখ হলহি। তিনিদিনলৈকে একেটা জ্বৰতে পৰি আছে। একো

ঔষধ-পাতিয়েও গুণ নিদিলে। এই রুগ্ন অৱস্থাতে হৰিদাসে ভ্ৰম বকিবলৈ ধৰিলে। 'এইতো মোৰ তৃষ্ণাৰেই দণ্ড নহ-য়নে?' মনতে ভাবিছিল তালিকাখন দি মগনক ক্ষমা খোজে। পিচে বদনাম হোৱাৰ ভয়ত মুখ জপাই থলে। নাজানো খৃষ্টান ধৰ্ম্মানুসাৰে পাদুৰীৰ আগত কেনেকৈ জীৱনত কৰা পাপৰ কথাবোৰ কব পাৰে।

(৪)

হৰিদাসৰ মৃত্যুৰ পাচত সেই তালিকাখন তেওঁৰ সুপুত্ৰ প্ৰভুদাসৰ হাতলৈ আহিল। তালিকাখন যে মগনসিংহৰ পূৰ্ব্বপুৰুষে লিখা তাত লেশমাত্ৰও সন্দেহ নাছিল। কিন্তু প্ৰভুদাসে ভাবিলে "দেউতাই কিবা ভাবিছে এই খন থৈ গৈছে চাগৈ। তেখেত কিমান নীতিপৰায়ন সত্যবাদী পুৰুষ আছিল তেখেতৰ মনোভাবত কেতিয়াও কাৰো সন্দেহ নাই। যেতিয়া তেখেতেই এই কাৰ্য্য ঘৃণিত বুলি নাভাবিসে তেনে-হলে মোৰ কি আছে? কেনেবাকৈ যদি এই ধন হাতলৈ আহে তেনেহলে জীৱন কি সুখেৰে যাব! চহৰৰ ধনী-বিলাকক দেখুৱাই দিম যে ধনৰ সদ্ব্যৱহাৰ কেনেকৈ হব লাগে। ডাঙৰ ডাঙৰ বিলাকৰো মূৰ নমাই দিম। কোনেও যাতে চকুলৈও চাব নোৱাৰে।" তেওঁ মন ঠিক কৰি ললে।

সন্ধ্যা হোৱাৰ লগে লগে তেওঁ ঘৰৰ বাহিৰ ওলাল। সেইটোৱেই সময় আছিল। সেই সাৱধানী দৃষ্টি, সেই একে চোকা কোব। এনেহে লাগে যেন হৰিদাসৰ আত্মাইছে

নতুন ভেশ লৈ নিজৰ কাম কৰিছেহি। মাটি খিনি আগেয়ে খণ্ডা হৈছিল। এতিয়া শৈলখণ্ডৰ কোঠাটো আছে। জোৰেৰে ভঙা অসাধ্য আছিল। কাৰণ আগৰ দিনৰ পকা • মছলাৰে এই খণ্ড নিৰ্ম্মিত আছিল। কোৰ খন বিৰক্ত হৈ উফৰি উফৰি আহিছিল। কেইবাদিনো চেষ্টা কৰিও ওপৰৰ ফাট-টোকে খুলিব নোৱাৰিলে। শৈলখণ্ড ভঙ্গ নহল।

তেতিয়া তেওঁ শলাৰে ভাঙিব ধৰিলে। কিন্তু তথাপি ব্যৰ্থ হব লগা হল। সকলো বিলাক নিজ হাতৰেই কৰিছে। কাৰোপৰা সহায় পাবলৈকো নাই। এইদৰেই পুণৰ অমা-ৱস্যা। আহিল প্ৰভুদাসে চেষ্টা কৰোতে কৰোতে ৰাতি বাৰ বাজি গল আৰু শৈলখণ্ডও ভাগ্যৰেখাৰ দৰে অচল-অটল হৈ ৰল।

কিন্তু অজিয়েই কাম সমাধা কৰাৰ আৱশ্যক। যদি কেনেবাকৈ এই কোঠাটো কাৰোবাৰ দৃষ্টিত পৰে তেতিয়া হলেতো মোৰ মনৰ অভিলাশ ব্যৰ্থ হব। তেওঁ শৈলখণ্ডৰ ওপৰতে বহি ভাবিবলৈ ধৰিলে কি কৰা যায়। বুদ্ধিৰেও দেখোন একো কাম নহয়। এনেতে হঠাৎ তেওঁৰ এটা ভাব খেলায় গল ঃ 'খাৰৰেই দেখোন কাম সমাধা কৰিব পাৰো ?

প্ৰভুদাস ইমান উৎবিগ্ন হৈ পৰিছিল যে পাছদিনালৈ কামটো এৰি থব নোৱাৰিলে। একেবাৰে তেওঁ বজাৰৰ ফালে গল। তুমাইল ৰাস্তা, বায়ুবেগে খোজ দিছিল। পিচে সেই খিনি পাই মানে দোকানেই বন্ধ কৰিলে। এটা খাৰ বেচোতাই প্ৰভুদাসক প্ৰশ্ন কৰিবলৈ লাগিল "কি






কাৰণে খাৰ লাগে? এই সময়ত খাৰ দিব নোৱাৰে। চৰকাৰৰ হুকুম নাই। তুমি কোন?" "নাই ভাই, কেনবাকৈ মাৰ-পিত হব লাগিলে এনেয়ে বন্দী হব লাগিব। তোমাকনো এতিয়া কোনে সুধিবলৈ আহিব?" প্ৰভুদাসৰ শান্ত প্ৰকৃতি কেতিয়াও এনে কঠিন পৰীক্ষাত পৰিব লগাত নপৰিছিল। প্ৰভুদাসে শেষ মুহূৰ্ত্তলৈকে অনুনয় বিনয় কৰিবলৈ ধৰিলে। আনকি হাতৰ মুদ্ৰাৰে; কথাৰ ঝঙ্কাৰে খাৰৱালাক বশীভূত কৰি পেলালে। পাচত খাৰ লাভ কৰি যেতিয়া প্ৰভুদাস উভতি আহিল তেওঁৰ ভৰি মাটিতেই নপৰা হৈছিল।

ৰাতি দুই বাজিছিল। প্ৰভুদাস মন্দিৰ পালেহি। শৈল-শ্বশুৰ দৰজা মুখতে খাৰ খিনি থৈ শলিতাদাল লগাই দি তেওঁ আতৰ হৈ আহিল। ক্ষণ-মুহূৰ্ত্ততে এটা শব্দ হল, দৰজা উফৰি গল। সন্মুখত যেন অন্ধকাৰত চুনৰ ফোঁও দিয়া কেনো এক পিশাচেহে মুখ মেলি আছে।

(৫)

ৰাতিপুৱা সময়। প্ৰভুদাস নিজৰ কোঠাৰ বিচনাত দীঘল দি পৰি আছিল। সন্মুখতে এটা পুৰণা দহ হেজাৰ মোহৰৰ লোহাৰ বাকচ থোৱা আছে। তেওঁক মাকে মুৰ-শিতানত বহি বিচি আছে। প্ৰভুদাসে জ্বৰতে ইকাতি-সিকাতি কৰি কেকাই আছিল। হাত-ভৰি আফালি আছিল। পিচে চকু লোহাৰ বাকচত আছিল। ইয়াৰ বাবেই তেওঁৰ জীৱনৰ আশা বন্দী হৈছিল।

মগনসিংহ মহৰী আছিল। এই ঘৰতে থাকে। তেওঁ আহি কলেহি "পজাৱাইল যাব? গাড়ী ঠিক কৰো?"

প্ৰভুদাসে তেওঁলৈ ক্ষমা ভিক্ষাৰ দৃষ্টিৰে চাই লৈ কলে "নাই, আজি নাযাওঁ। গা ভাল নহয়, তুমিও যাব নালাগে।"

মগনে তেওঁৰ অৱস্থা দেখি ডাক্তৰ মাতিবলৈ গল। দহবজাৰ লগে লগে প্ৰভুদাসৰ মুখ হালধীয়া পৰি আহিল। চকু দুটাও ৰঙা পৰিল। মাকে পুতেকৰ অৱস্থা দেখি বিহ্বল হৈ পৰিল। হৰিদাসৰ সেই অন্তিম দশা তেওঁৰ চকুতো আহি পৰিল। এনেকুৱা লাগিছিল সেই শোক দৃশ্যৰ পুনৰাবৃত্তি হৈছে। হৰিদাস যেনিবা দেৱতাৰ দৰে নিস্তব্ধ হৈ আছিল; কিন্তু প্ৰভুদাসৰ দৃষ্টি লোহাৰ বাকচত আবদ্ধ হৈ আছিল। যিটো বাকচৰ কাৰণে তেওঁ জীৱন অৰ্পণ কৰিছল। তেওঁৰ ঘৈণীয়েক আহি ভৰি পথানত বহিলহি আৰু উচুপি কান্দিবলৈ ধৰিলে। প্ৰভুদাসৰ চকুৰ পৰাও চকুলো বাগৰি পৰিছিল। পিচে চকুৱে সেই লোহাৰ বাকচৰ ফালেই নিৰাশ পূৰ্ণ দৃষ্টিৰে চাই আছিল। ডাক্তৰ আহি চালেহি। ঔষধ দি গুচি গ'ল। কিন্তু ঔষধৰ প্ৰভাৱ ওলোটাতোহে হল। প্ৰভুদাসৰ হাত ভৰি চেঁচা পৰিল, মুখ নিস্তেজ হল, হৃদয়ৰ গতি ঢিলা হৈ পৰিল। তথাপি চকু বাকচৰ পৰা আঁতৰ নহল। ওচৰ চুবুৰীয়া মানুহ গোট খালেহি। বাপেক পুতেকৰ স্বভাৱৰ বিষয়ে চৰ্চ্চা হবলৈ ধৰিলে। দুয়ো ধীৰ, স্থিৰ, বিনয়ী পুৰুষ আছিল। কাকো

ভুলতো একেষাৰ টান কথা শুনোৱা নাছিল। প্ৰভুদাসৰ শৰীৰ সম্পুৰ্ণ ঠাণ্ডা হৈ গল। কেৱল চকুতহে প্ৰাণটো আছিল। তেওঁ এতিয়াও সতৃষ্ণ নয়নে চাই আছে বাকচ-টোলৈকে।

ঘৰত হুলস্থুল লাগি পৰিল। দুগৰাকী মহিলা আচাৰ খাই খাই মাটিত পৰিবলৈ ধৰিলে। ওচৰ-চুবুৰিয়া তিৰোতা বিলাকে তেওঁলোকক বুজাবলৈ ধৰিলে। শেহত বন্ধু-বান্ধৱ সকলেও চকুত ৰুমাল ললে। জীৱনত মৃত্যুয়েই হৈছে সকলোতকৈ করুণ দৃশ্য, সকলো বিলাকতকৈ অস্বাভাৱিক আৰু ভয়ঙ্কৰ দৃশ্য। এই বজ্ৰাঘাত হৈছে বিধাতাৰ নিষ্করুণ লীলা। প্ৰভুদাসৰ গোটেই শৰীৰ প্ৰাণহীন হল। পিচে সেই বাকচত লাগিথকা চকুহাল এতিয়াও জীৱিত আছে। জীৱনে তৃষ্ণাৰ ৰূপ ধাৰণ কৰিছিল। উশাহ ওলাই যাওঁ যাওঁ; মাত্ৰ এতিয়াও ওলাই যোৱা নাই।

এনেতে মগনসিংহ তেওঁৰ ওচৰত থিয় হলহি। প্ৰভু-দাসৰ দৃষ্টিও তেওঁৰ ওপৰত পৰিল।

এনে লাগি গল যেন তেওঁৰ শৰীৰত পুনৰ ৰক্ত সঞ্চাৰ হল। গোটেই দেহতে আনন্দৰ চিন এটা পৰিলক্ষিত হল। চকুৰ ইঙ্গিতেৰে প্ৰভুদাসে মগনসিংহক কাষলৈ মাতিলে আৰু তেওঁৰ কাণে কাণে কিবা এটা কলে। এবাৰ লোহাৰ বাকচৰ ফালে ইঙ্গিত দিলে। লগে লগে চকু মুটি খাই গ'ল।

---

# অনিষ্ট শঙ্কা

জোনাক ৰাতি। সুশোভিত উদ্যানত সমীৰণৰ কঁপনি। কুঁৱৰ অমৰনাথ বিচনাত দীঘল দি ঘৈণীয়েক মনোৰমাক কয়, "তুমি অধৈর্য্য নহবাচোন মনো, মই সোনকালেই আহিমগৈ।"

মনোৰমাই গিৰিয়েকৰ ফালে কাতৰ দৃষ্টিৰে চাই কলে "মোকোনো লৈ নোযোৱা কেলৈ?"

অমৰ "তাত যে তোমাৰ কষ্ট হব। মোৰতো থকাৰ থান-থিত নাই। আজি অ'ত কালিলৈ ত'ত! পাহাৰী হাবি-জঙ্ঘলৰে ভৰা ঠাইৰ বাহিৰে অন্য একো গাওঁ ঘৰ দেখিবলৈ পোৱা নাযাব। তাৰ উপৰি চোৰঁা ভয়ঙ্কৰ জন্তু-জানোৱাৰৰ ভয়! তোমাৰ কষ্টতো মই তাত চাই থাকিব নোৱাৰিম।"

মনোৰমা "তুমিওতো এই কষ্ট সহিব নোৱাৰিবা।"

অমৰ "মই হৈছোঁ। পুৰুষ মানুহ। আৱশ্যক হলে সকলো বিপদৰ সম্মুখীন হব লাগিব।—"

মনোৰমাই গর্ব্বিত হৈ কয় "ময়ো তিৰোতা, আৱশ্যক

হলে জুইতো জপিয়াই পৰিব পাৰিম। তিৰোতাক কোমল বুলি কোৱাতো পুৰুষৰ কাব্য কল্পনা মাথোন। নাৰীৰ শাৰীৰীক সামৰ্থ্য থাকাকেই বা নাথাকক্কেই লাগক কিন্তু ধৈৰ্য্য আৰু সাহস আছে যাৰ ওপৰত কালৰ দুশ্চিন্তাৰ অলপো প্ৰভাৱ নপৰে।"

অমৰনাথে মনোৰমালৈ শ্ৰদ্ধাভৰা দৃষ্টিৰে চাই কলে "এইটো মই মানিছোঁ বাৰু! কিন্তু যিটো কল্পনাক আমি চিৰকালেই প্ৰত্যক্ষ বুলি মানি আহিছোঁ, সেইটো ক্ষণ মুহূৰ্ত্ততে কেনেকৈ নাইকিয়া কৰি পেলাওঁ! তোমাৰ কষ্ট মই চাব নোৱাৰো, মোৰ দুখ লাগিব। বাৰু, চোঁৱাচোন, এই জ্যোনাক ৰাতিৰ কি সুন্দৰ দৃশ্য।"

মনোৰমা "মোক বাৰু ভুলাব নালাগে। মই জে'দ কৰা নাই। ইয়াত কিন্তু জীৱন সঙ্কট হব! তোমাক ওচৰত নেদেখিলে মোৰ অন্তৰত নানা চিন্তাই বেৰি ধৰে। কি জানি তুমি দুখ পাইছা? চিকাৰ কৰিবলৈ গলে আৰু ভয় লাগে। জানোচা ঘোঁৰাই লঠিয়াই পেলাইছে। অনিষ্ট চিন্তাই মোক বেহুচ্ কৰি তোলে।"

অমৰ "মই বিলাস ভক্ত। মোৰ ওপৰত ইমান অনুৰাগ কৰি তুমি নিজৰ ওপৰতে অন্যায় কৰিছা কিন্তু।"

মনোৰমাই অমৰনাথলৈ এনে দৃষ্টিৰে চালে যি দৃষ্টিত আছিল 'মই তোমাক, তোমাতকৈও বেচি চিনি পাওঁ।'

## দুই

বুণ্ডেলখণ্ডত ভীষণ সমস্যাই দেখা দিছে। ভোকাতুৰ লোক বিলাকে গছৰ ছাল একৰাই ভোকৰ খজুৰতি মাৰিব লগাত পৰিছিল। পশুৰতো দূৰৰ কথাই মানুহেও ভোকৰ জ্বালাত দুপইচাৰ কাৰণে নিজৰ সন্তান বিক্ৰী কৰিছিল। মাতৃৰ মমতা শষ্যৰ বিনিময়ত বলিদান হৈছিল। কুঁৱৰ অমৰনাথ কাশীৰ ব্যৱস্থাপক আছিল। তেওঁ যেতিয়া বাতৰি কাকতত এই ৰোমাঞ্চকৰ কাহিনী পঢ়িবলৈ পালে তেতিয়া তেওঁ অধৈৰ্য্য হৈ পৰিল। সমিতিৰ দুই এজন ডেকাক লগত লৈ অমৰনাথ বুণ্ডেলখণ্ডত উপস্থিত হলগৈ। মনোৰমাক বুজাই থৈ কথা দি গল যে প্ৰতিদিনে তেওঁ মনোৰমালৈ চিঠি দিব আৰু যিমান সোনকালে পাৰে উভতি আহিব।

এসপ্তাহলৈকে অমৰনাথে নিজৰ কথা ৰাখিলে। কিন্তু লাহে লাহে চিঠি দিয়াত পলম হবলৈ ধৰিলে। অমৰ থকা ঠাইৰ পৰা ডাকঘৰলৈ বহুত দূৰ হয়। ইয়াৰ পৰা প্ৰতিদিনে চিঠি দিয়াও দুঃসাধ্য আছিল।

ইফালে মনোৰমাও স্বামী-বিচ্ছেদত ব্যাকুল হৈ পৰিছিল। তাই গধূৰ মন লৈ উদাস ভাবে বহি থাকে। কেতিয়াবা ভাবি ভাবি ওপৰ তলাৰ পৰা তললৈ নামি আহে, কেতিয়াবা ওপৰলৈ উঠি যায়। কেতিয়াবা বাগিচাতে গৈ বহেগৈ। যেতিয়ালৈকে চিঠি-পত্ৰ নাহে তাইও সেইদৰে উদ্‌ভ্ৰান্ত হৈ থাকে। চিঠিখন পালে এনে হয় শুকান বালিতহে পানী

এটুপী পৰিল। কিন্তু যেতিয়াই চিঠি অহাত পলম হবলৈ ধৰিলে তাইৰো হৃদয়ৰ ব্যাকুলতা বাঢ়ি গল। বাৰে বাৰে অনুতাপ কৰিবলৈ ধৰিলে যে মিছাই তেওঁৰ কথাতে বৈ গলোঁ, মই তেওঁৰ লগত যাবই লাগিছিল।

তাই কিতাপ পঢ়ি খুব ভাল পাইছিল। এতিয়া কিতাপ হাতৰে চুবৰ মনেই নেযোৱা হল। বিলাসী বস্তুৰ প্ৰতি তাইৰ ক্ৰমাৎ অৰুচি হৈ আহিবলৈ ধৰিলে।

এদিন সামাজিকত তাই দেখা পালে অমৰনাথ উদং ভৰি, উদং মূৰৰে দুৱাৰ দলিত থিয় দি আছে। তাই অধৈৰ্য্য হৈ উঠি বহিল আৰু সেই ব্যগ্ৰাৱস্থাৰেই দৌৰি দুৱাৰমুখ পালেহি। বাহিৰত অন্ধকাৰ দেখি তাইৰ হুচ্ আহিল। তাই গোমস্তাটোক জগালে আৰু কুঁৱৰ অমৰনাথৰ নামত টেলিগ্ৰাম কৰিলে। কিন্তু উত্তৰ নাহিল।

গোটেই এটা দিন অতিবাহিত হল। কিন্তু একো খবৰ নাই। দ্বিতীয় দিনাও যেতিয়া একো খা-খবৰ নেপালে মনোৰমা অত্যন্ত দুখত নিৰাহাৰে প্ৰায় মূৰ্চ্চিত হৈ নিজৰ কোঠাত পৰি থাকিল। যাকে দেখে তাকে সোধে "উত্তৰ আহিল?"

দুৱাৰমুখত কোনোবাই মাত লগালেই দৌৰি আহি সোধেহি "কিবা খবৰ আহিছে?"

তাইৰ মনত নানা চিন্তাই ঘেৰি ধৰিলে। বামুণক স্বপ্নৰ বিষয়ে সুধিলে। তেওঁ কলে যে অধৈৰ্য্য নহব তেওঁ ভালেই

আছে। স্বপ্নত কাৰোবাক উদং ভৰিৰে দেখিলে জানিব তেওঁ ঘোৰাৰ ওপৰত ফুৰিছে। অধৈৰ্য্য হোৱাৰ একো কাৰণ নাই।

কিন্তু মনোৰমাৰ এই কথাত বিশ্বাস নহল। তাই কেৱল টেলিগ্ৰামৰ উত্তৰ নোপোৱাটোতে লাগি আছিল। এইদৰে চাৰি দিন গল।

কোনো এটা চুবুৰিত ফকিৰ বাবাজিৰ মাত শুনিলে ল'ৰা ছোৱালীইতৰ কাৰণে ডাঙৰ কথা। ডম্বৰুৰ আৱাজ আৰু ভিক্ষা-খোজাৰ শব্দই মানুহৰ মনক আকৰ্ষণ কৰে। সেইদৰে জ্যোতিষীৰ আৱিৰ্ভাৱ হোৱাও ডাঙৰ কথা। তৎক্ষণাৎ তেওঁ অহাৰ খবৰ চুবুৰিত প্ৰচাৰ হৈ পৰে। শাহুৱে বোৱাৰী, মাকে ভাগ্যহীনা জীয়েকক লৈ আহে। জ্যোতিষীয়েও দুখ-সুখৰ অৱস্থানুসাৰে মুখৰে বৰ্ষা ঢলাদি ঢালে। জ্যোতিষীৰ ভবিষ্যৎ বাণীৰ ওপৰতো গভীৰ ৰহস্য আছে।

তেওঁৰ ভাগ্য-নিৰ্ণয় ভাগ্য-ৰেখা বিলাকৰ দৰেই জটিলৰ পৰা জটিলতৰ হৈ পৰে। সম্ভৱ বৰ্ত্তমান শিক্ষা বিধাতাই জ্যোতিষীৰ আদৰ কিছু কম কৰি দিছে হয় পিচে জ্যোতি-ষীৰ মাহাত্ম্য অলপো কমাব পৰা নাই। তেওঁৰ কথাত লাগিলে বিশ্বাস থাককেই বা নাথাকক কিন্তু শুনিবলৈ হলে সক-লোৱেই ইচ্ছা কৰে। তেওঁৰ প্ৰত্যেকটো শব্দই আশা আৰু শঙ্কাক উত্তেজিত কৰি তোলাৰ শক্তি ভৰি থাকে। বিশে-ষকৈ তেওঁৰ অমঙ্গলৰ সূচনাই বজ্ৰপাতৰ তুল্য।

টেলিগ্ৰাম কৰা আজি পাঁচ দিন হৈছিল। হঠাৎ কুঁৱৰ

চাহাৰৰ তুৱাৰৰ সন্মুখত এজন জ্যোতিষীৰ আবির্ভাব হ'লহি। তৎক্ষণাৎ চুবুৰীৰ মহিলা সকল আহি গোট খালেহি। জ্যোতিষীয়ে ভাগ্য বিবেচনা কৰিবলৈ ধৰিলে। কিছুমানক কন্দুৱালে কিছুমানক হহুৱালে। মনোৰমাই খবৰ পালে। তাই জ্যোতিষীক তৎক্ষণাৎ ভিতৰলৈ মতাই নি স্বপ্নৰ কথাটো সুধিলে। জ্যোতিষীয়ে ইফালে সিফালে চাই ললে। হাতত থকা পুথিখনৰ পাত কেইটা লুটিয়াই-বগৰাই চাবলৈ ধৰিলে। আঙুলি মূৰত কিবা গণিলে। পিচে একো সিদ্ধান্ত কৰিব নোৱাৰিলে এতিয়া কি বুলি উত্তৰ দিয়া যায়। কলে "আপুনি নিজে সপোন দেখিছিলনে আই ?"

মনোৰমাই কলে "ওঁহো মোৰ এজনী বান্ধৱীয়ে দেখিছে। মই কৈছো এইটো অমঙ্গল, তেওঁ কৈছে মঙ্গল। আপুনি কি বিবেচনা কৰে।"

জ্যোতিষীয়ে আকৌ এবাৰ পিছ ফালে ভুমুকি মাৰি চালে ; তেওঁ অমৰনাথৰ অৱস্থাৰ বিষয়ে একো নাজানিছিল। চুবুৰীৰ কিছুমানৰ দেখা পোৱা ধৰণ-কৰণতে অনুমান কৰি লাগতিয়াল অলাগতিয়াল কথা কৈ দিছিল। সকলোৱে জ্যোতিষীক এতিয়ালৈকে মহান বুলিয়েই ভাবি আছিল। জ্যোতিষীয়ে এতিয়া এই প্ৰশ্নৰ সুবিধাজনক উত্তৰ বিচাৰি নেপালে। তেওঁ নিৰাশ হৈ মনোৰমাক সমৰ্থন কৰাটোকে নিজৰ কল্যাণ ভাবি কলে "আইয়ে যি কৈছে সত্যকে কৈছে ! এই সপোনটো অমঙ্গল সূচক।"

চেতাৰৰ তাঁৰ সমূহ কঁপা দি মনোৰমা থক্‌থক্‌কৈ কঁপি-বলৈ ধৰিলে। জ্যোতিষীয়ে অমঙ্গলৰ উদ্ঘাটন কৰি ব্যাখ্যা কৰিলে; "আপোনাৰ স্বামীৰ ডাঙৰ বিপদ হব লাগে। তেওঁৰ ঘৰ ধ্বংস হব, তেখেত দেশে দেশে ভ্ৰমি ফুৰিব।"

মনোৰমাই ভগবানক প্ৰাৰ্থনা কৰিলে "প্ৰভু মোক ৰক্ষা কৰা" বুলি কৈ মাটিত মুৰ্চ্ছা হৈ পৰি গল। জ্যোতিষীৰ এতিয়াহে চেতনা হল। ভাবিলে মাত্ৰাধিক হল।

সান্তনা দিবলৈ ধৰিলে, "আপুনি একো চিন্তা নকৰিব। মই সেই সঙ্কটৰ নিৰাকৰণ কৰিব পাৰিম। মোক এটা ছাগলি, অলপ লং আৰু এৰাঁ সূতা দিয়ক। যেতিয়া কুৰঁৰ ইয়ালৈ ভালে কুশলে আহিব তেতিয়া যি ইচ্ছা হয় দক্ষিণা দিব। কাম কঠিন। পিচে ভগৱানৰ দয়া হলে অসাধ্য নহব। আই, এই চাওক মোক ডাঙৰ ডাঙৰ হাকিম সকলে চাৰ্টী-ফিকেট দিছে। এতিয়াই ডেপুটি চাহাবৰ জীয়েকৰ বেমাৰ হৈছিল, ডাক্তৰে আশা এৰি দিছিল। মই বহি বহি মন্ত্ৰ মাতিলো, চকু মেল খালে। কালিৰ কথা, শেঠ সন্তমলৰ নগদ ধন একবস্তা নাইকিয়া হৈছিল, একো খবৰ পোৱা নাছিল। মই গণি চোৰ ধৰা পেলাই দিলোঁ। তেওঁৰ গোমস্তাই চোৰ। যেনে বস্তা তেনেই উলিয়াই দিলে।"

জ্যোতিষীয়ে নিজৰ সিদ্ধি-সিদ্ধান্তৰ বিষয়ে কৈ আছিল আৰু মনোৰমা অচেতন হৈ পৰি আছিল। হঠাৎ তাই উঠি বহিল।

গোমস্তাটোক মাতি আনি কলে "মোৰ মাল-পত্ৰ ঠিক কৰা, মই সন্ধিয়াৰ গাড়ীত বুণ্ডেলখণ্ডলৈ যাম।

(৪)

মনোৰমাই ষ্টেচন পায়েই অমৰনাথলৈ টেলিগ্ৰাম কৰিলে "মই গৈ আছোঁ।" তাই অমৰৰ শেষ চিঠি খনতে গম পাইছিল তেওঁ কবৰই নামৰ ঠাইত আছে। কবৰইৰ টিকট ললে। কিন্তু কেইবাদিনো ধৰি তাইৰ টোপনি ক্ষতি হৈছিল। গাড়ীত বহোতেই টোপনি আহিল আৰু টোপনিৰ লগে লগে অনিষ্ট শঙ্কাই এটা ভীষণ স্বপ্নৰ ৰূপ ধৰিলে।

তাই দেখিলে: সমুখত এখন অপাৰ সাগৰ। তাতে এখন ভঙা নাও টুলুং-ভুটুংকৈ গৈ আছে। তাত নাই নাৱৰীয়া, নাই পাল, নাই ডাঁৰ। ঢৌৰ খুন্দাত এবাৰ নাওখন তললৈ নমাই এবাৰ ওপৰলৈ উঠায়। হঠাতে তাৰ ওপৰত এজন মানুহ দৃষ্টি গোচৰ হল। এওঁ অমৰনাথ, উদং মূৰ, উদং ভৰি চকুৰ পৰা চকুলো বাগৰিছে। মনোৰমা থৰ্ থৰ্ কৈ কঁপি আছিল। এনেকুৱা লাগে যেন নাওখন এই ডুবে, এই ডুবে। তাই ডাঙৰকৈ চিঞৰ এটা মাৰি সাৰ পাই উঠিল। শৰীৰ ঘামত তিতি গৈছিল। বুকু ঢপঢপাই আছিল। তাই তৎক্ষণাৎ উঠি বহি হাত মুখ ধুলে আৰু সিদ্ধান্ত কৰিলে এতিয়া আৰু নোশোৱে! উস, কি যে ভয়ানক দৃশ্য আছিল। ভগৱান এতিয়া তোমাৰ ওপৰতেই ভৰসা! তেওঁক যেন ৰক্ষা কৰে!

তাই খিৰিকীৰে মূৰটো উলিয়াই চালে। আকাশত তৰা বোৰে দৌৰি ফুৰিছে। ঘড়িটো চালে বাৰ বাজিছে। তাই আচৰিত হৈ পৰিছিল মই ইমান পৰ শুলোনে? এতিয়াও কলাঘুমটি পূৰা হোৱা নাই।

তাই এখন কিতাপ উলিয়াই ললে। আৰু একান্ত মনে পঢ়িবলৈ ধৰিলে। এনেতে প্ৰয়াগ আহি পালেহি, গাড়ী সলালে। তাই আকৌ কিতাপখন খুলি ডাঙৰ ডাঙৰকৈ পঢ়িবলৈ ধৰিলে। কিন্তু কেইবাদিনৰ পৰা সাৰে থকা চকু দুটা ইচ্ছাৰ অধীন নহল। বহি বহি কলমটিয়াবলৈ ধৰিলে। চকু জাপ খাই গল। এনেতে স্বপ্নৰ দ্বিতীয় ছোৱা উপস্থিত হলহি।

তাই দেখিলে আকাশত ছাতি ধৰা পৰ্ব্বত মালা। তাৰ ওপৰত সৰু সৰু গছ-গছনিৰে ভৰা। শ্যাম বৰ্ণ অন্ধকাৰাচ্ছন্ন। বিজুলী ঢেৰেকনিৰ ইমান ডাঙৰ শব্দ যেন কাণ ফালি নিয়ে। পাহাৰৰ টিঙৰ ওপৰত এজন মানুহ উদং মূৰৰে বহি আছে। তেওঁৰ চকুত চকুলোৰ প্ৰৱাহ স্পষ্ট ভাবে পৰিলক্ষিত হৈ পৰিছে। মনোৰমা অধৈৰ্য্য হৈ পৰিছিল। এওঁৱেই অমৰনাথ আছিল। তেওঁ পাহাৰৰ ওপৰৰ পৰা নামি আহিবৰ ইচ্ছা কৰিছিল কিন্তু ৰাস্তা নাই। ভয়তে তেওঁৰ মুখ খন শেঁতা পৰি গৈছিল। অকস্মাৎ বিজুলীৰ এটা ভয়ানক শব্দ হল, এটা পোহৰ দেখা গল আৰু অমৰনাথ অদৃশ্য হৈ হল। মনোৰমাই পুনৰ এটা আৰ্ত্তনাদ কৰি উঠি বহিল।

তাইৰ মূৰ ঘূৰি গল, বুকু চিৰিং কৰি উঠিল। সাৰ পোৱাৰ লগে লগে চকুৰ পৰা ধাৰাসাৰে চকুলো বৈ আহিল। তাই উঠি থিয় হল আৰু হাতজোৰ কৰি ভগৱানক প্ৰাৰ্থনা কৰিলে: ভগৱান, মোক এনেকুৱা বেয়া বেয়া সামাজিক দেখুৱাই আছা! নাজানো তেওঁৰ কি বিপদ হৈছে। তুমি দুয়োৰে বন্ধু! মোক দয়া কৰা! মোৰ ধন সম্পত্তিলৈ ইচ্ছা নাই, মই জুপুৰীতে সুখে থাকিম। কেৱল তেওঁৰ শুভ কামনা ইচ্ছা কৰো। মোৰ প্ৰাৰ্থনা মঞ্জুৰ কৰা।......তাই আকৌ আগৰ ঠাইত বহেহি।

অৰুণোদয়ৰ মনোৰম জেউতি আৰু শীতল সমীৰণে তাইৰ মন আকৰ্ষিত কৰে। তাইৰ ভাল লাগে, কোনো ৰকমে যে ৰাতিটো অতিবাহিত হল! এতিয়াতো আৰু ৰাতি টোপনি নাহে। এতিয়া পৰ্ব্বতৰ দৃশ্য বিলাক দেখা পালে। ক'ৰবাত পাহাৰৰ ওপৰত ভেড়াৰ পাল, পৰ্ব্বতৰ নামনিত পক্ষৰ জাক, ক'ৰবাত মাজে মাজে পদুম ফুল ফুলি থকা হ্ৰদ-মালা'। মনোৰমাই অৰ্দ্ধামৃত ভাবে এই দৃশ্যবোৰ চাই ৰাবলৈ ধৰিলে। কিন্তু গমেই নাপালে অভাগীৰ চকু কেতিয়া জাপ খাই গল।

তাই দেখিলে অমৰনাথ ঘোঁৰাৰ ওপৰত উঠি এখন দলঙৰ ওপৰেদি গৈ আছে। তলৰ নদী ওপৰলৈ ওফন্দি উঠিছে। দলং খনো বৰ ঠেক। ঘোঁৰাটোৰেও জপিয়াই উঠে। মনো-ৰমাৰ হাত ভৰি থৰ লাগে। তাই উচ্চস্বৰে চিঞৰি ছিঞৰি

কবলৈ ধৰিলে "ঘোঁৰাৰ পৰা নামি যোৱা, ঘোঁৰাৰ পৰা নামি আহা!" এই বুলি কৈ তেওঁৰ ফালে জাপ মাৰি দিব খোজোতেই চকু মেল খালে। গাড়ীখনো কোনো এটা ষ্টেচনৰ প্লেটফৰ্ম্মৰ পৰা ঝন্ ঝন্ শব্দ কৰি গুচি যায়। অমৰনাথ উদং মূৰ, উদং ভৰিৰে প্লেটফৰ্ম্মত থিয় দি আছিল।

মনোৰমাৰ চকুত এতিয়ালৈকে সেই ভয়ঙ্কৰ সামাজিকটো প্ৰবেশ কৰি আছিল। কুঁৱৰক দেখি তাইৰ ভয় হল যে তেওঁ ঘোঁৰাৰ পৰা পৰিল আৰু তলৰ নদীৰ পৰা উঠিবলৈ চেষ্টা কৰিছে। তাই তৎক্ষণাৎ তেওঁক ধৰিবৰ বাবে হাতটো আগবঢ়াই দিলে। কিন্তু যেতিয়া তাই তেওঁক নাপালে তেতিয়া টোপনিৰ অৱস্থাতে তাই গাড়ীৰ দৰজা খুলিলে। আৰু অমৰনাথৰ ফালে হাত মেলি গাড়ীৰ পৰা জপিয়াই পৰিল। তেতিয়াহে তাই চক্ খাই উঠিল। এনেকুৱা লাগিল যেন কোনোবাই আকাশৰ পৰা তাইক মাটিত পেলাই দিলে। খুব জোৰত এটা ঢাক্কা লাগিল। লগে লগে চেতনা শূণ্য হৈ পৰি গল।

(৫)

এইটোৱেই আছিল কবৰইৰ ষ্টেচন। অমৰনাথে টেলিগ্ৰাম পাই ষ্টেচনলৈ আহিছিল। মনোৰমাক হাত মেলি গাড়ীৰ পৰা পৰি যোৱা দেখি তেওঁ অস্, অস্, কৰি দৌৰি আহিল। কিন্তু কৰ্ম্ম-লেখন শেষ হৈ গল। মনোৰমাই প্ৰেমৰ বেদীত বলিদান দিলে।

ইয়াৰ তিনি দিনৰ পিছত তেওঁ উদং ভৰি, উদং মূৰৰে ঘৰ পালেহি। মনোৰমাৰ সমাজিক সত্যত পৰিণত হল।

এই প্ৰেমবিহীন ঠাইত কোন থাকিব? তেওঁ নিজৰ সকলো সম্পত্তি কাশী সেৱা সমিতিলৈ দান দি উদং মূৰ উদং ভৰিৰে উদাসীন হৈ দেশে-বিদেশে ভ্ৰমি ফুৰিবলৈ ধৰিলে।

জ্যোতিষীৰ বিবেচনাও চৰিতাৰ্থ হল।

——শেষ——